# মহাপুৰুষ
# শ্ৰীশ্ৰীমাধৱদেৱ

শ্ৰীভৱকান্ত শইকীয়া

লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী-১

MAHAPURUSH SRI SRI MADHAVDEVA : A biographical study of the last 28 years (1568-1596), of the life and works of the philosopher scholar Vaishnavite Savant and the most famous disciple of Sri Sri Sankardeva, by Sri Bhava Kanta Saikiar

প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ, গুৱাহাটী-৭৮১০০১

প্ৰথম সংস্কৰণ : জানুৱাৰী ১৯৯০ চন

মূল্য : ৩০·০০ টকা মাত্ৰ

ছপাওঁতা
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী, গুৱাহাটী-৭৮১০০১

# মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ

"অসমৰ বৈষ্ণৱ যুগৰ মধ্যাহ্ন মাৰ্তণ্ড শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু পূৰ্ণচন্দ্ৰ শ্ৰীশ্ৰীমাধৱ-দেৱৰ অমৰ কীৰ্ত্তি গীতা, ভাগৱত আৰু উপনিষদৰ সাৰ কীৰ্ত্তন আৰু নামঘোষা অসমীয়া সাহিত্যৰ একেবাৰেই মুধত। কীৰ্ত্তন নামঘোষা মহাপুৰুষ গুৰু দুয়োজনাৰ মূৰ্ত্তি স্বৰূপ।" (লক্ষ্মীনাথ বেজবৰুৱা)

সেইদিনা ৰাতি বদৰিকাশ্ৰম ধামত মহাপুৰুষ গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱে স্বৰচিত গীত 'মন মেৰি ৰাম চৰণহি লাগু' যে নাৰায়ণক স্তুতি কৰি উঠি আনন্দত অধীৰ হৈ আপ্লুতভাৱে কৈছিল যে এই মুহূৰ্ত্তত মোৰ পৰম বান্ধৱ মাধৱৰ আৱিৰ্ভাৱ হৈছে।

"চৌদ্দশ এঘাৰ শক জ্যৈষ্ঠ মাস নিশি।
কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশী।"

ৰবিবাৰ প্ৰতিপদ ১৪১১ শক, জেঠ [1489]।

সেই শুভক্ষণতে অসমৰ উত্তৰ লক্ষীমপুৰ অঞ্চলৰ লেটেকুপুখুৰীত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰিয় শিষ্য আৰু তেওঁৰ ছাঁ-সদৃশ মহাপুৰুষ মাধৱদেৱৰ আৱিৰ্ভাৱ হয়।

তাৰ বত্ৰিশ বছৰৰ পিচৰ আৰু এটা দিন, যিদিনা সোণত সুৱগা মিলি

"ধ্যান মূলং গুৰুমূৰ্ত্তি, পূজামূলং গুৰুপদং
মন্ত্ৰমূলং গুৰুবাক্যং, মুক্তিমূলং গুৰুকৃপা।"

এই বুলি দণ্ডৱতে পৰি মাধৱদেৱে শ্ৰীশ্ৰীশঙ্কৰদেৱক গুৰুমান্য কৰি শ্ৰীগুৰুৰ শৰণ—ভজন গ্ৰহণ কৰে। ১৪৪৩ শক আহিন, মাজুলিৰ ধুৱাহাট বেলগুৰি সত্ৰত। "গুৰুজনৰ তিনিকুৰি তেৰবৰ্ষ বাঞ্চতে শ্ৰীমাধৱদেৱৰ একুৰি বাৰবৰ্ষত লাগ পাইছে।"

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আৱিৰ্ভাৱৰ ক্ষণটো আৰু মাধৱদেৱৰ লগত সোণত সুৱগাৰ দৰে শ্ৰীশঙ্কৰদেৱৰ মিলনৰ ক্ষণটো, এই দুই পবিত্ৰ ক্ষণেই অসমীয়া জাতিৰ কাৰণে চিৰস্মৰণীয়।

মাধৱদেৱে পুৰুষে সমস্ত কাৰ্য্যতে গুৰুক আগকৰি দেখুৱাই দি গৈছে। গুৰু ভক্তিমাত্ত বৰ্ণাইছে—

"গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰু মহেশ্বৰ।
চৰাচৰ জগতৰ গুৰুসে ঈশ্বৰ"॥
"গুৰুৰ্ব্ৰহ্মা, গুৰুবিষ্ণু গুৰুৰ্দেৱো মহেশ্বৰঃ।
গুৰুৰেৱ পৰমং ব্ৰহ্ম তস্মৈ শ্ৰীগুৰৱে নমঃ॥"

মহাপুৰুষ গুৰু জুৱোজনাৰ পাদ-পদ্ম স্মৰণ কৰি মাধৱদেৱ পুৰুষৰ জীৱনা-লেখ্য এটি শক্তি অনুসাৰে দাঙি ধৰিবৰ প্ৰয়াস কৰা হৈছে। পিতৃ দেৱতা কমলাকান্ত শইকীয়া দেৱৰ 'গুৰুচৰিত' পুথি খনিৰ আলম লৈ 'কথা গুৰুচৰিত', বেজবৰুৱাদেৱৰ 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ,' ৰামচৰণ ঠাকুৰৰ 'গুৰুচৰিত', দৈত্যাৰী ঠাকুৰ আৰু পিচৰ যুগৰ অন্যান্য পণ্ডিত গৱেষকসকলৰ লিখিত বহুমূলীয়া গ্ৰন্থৰাজিৰ পৰা নানান সমল গোটাই লৈ ১৪৯০ শকৰ পৰা ১৫১৮ শকলৈ এই একুৰি আঠৈৰ জুৰি মাধৱদেৱ পুৰুষৰ ঘটনা বহুল চৰিতালেখ্য-খনি পিতৃদেৱতাৰ 'গুৰুচৰিত' পুথিৰ পৰিপূৰক হিচাপে তুলি ধৰা হৈছে, নানান অজানিত ভুল-ভ্ৰান্তিৰ শুধৰণী সাপেক্ষে—

শুক্লা দশমী
২৩ আহিন, ১৯১১ শক
১০।১০।৮৯



'গুৰু চৰিত' পুথিৰ প্ৰণেতা
কমলা কান্ত শইকীয়া
( ১৮৯৩—১৯৬৯ )

# উৎসৰ্গ

পিতৃদেৱতা
স্বৰ্গীয় কমলা কান্ত শইকীয়াদেৱৰ
পুণ্য স্মৃতিত

## শলাগনি

লয়াৰ্চ বুক ষ্টলৰ মালিক শ্ৰীযুত খগেন্দ্ৰ নাৰায়ণ
দত্তবৰুৱাদেৱে অশেষ চেষ্টা কৰি "মহাপুৰুষ
শ্ৰীশ্ৰীমাধৱদেৱ" পুথিখনি ৰাইজৰ মাজলৈ
দাঙি ধৰাত তেখেতৰ প্ৰতি মোৰ
হিয়াভৰা শ্ৰদ্ধা আৰু আন্তৰিক
কৃতজ্ঞতা থাকিল।

শ্ৰীভৱকান্ত শইকীয়া

মহাপুৰুষ শঙ্কৰদেৱৰ বা মহাপুৰুষ মাধৱদেৱো.ৰ লৈতে গুৰু-হুজনাৰ চৰিত বহুতখনি আছে : কিন্তু মাধৱদেৱ পুৰুষৰ স্বতন্ত্ৰ জীৱনী এতিয়ালৈকে নাছিল। বৰ্তমান বছৰটিত মাধৱদেৱৰ জন্ম-শতবাৰ্ষিকী পালন কৰিবলৈ লোৱাৰপৰা দ্বিতীয়জনা গুৰুৰ সম্পাৰ্কে কেইবাখনিও পুথি ইতিমধ্যেই প্ৰকাশ পাইছে। শ্ৰীভৱকান্ত শইকীয়াদেৱে বিশেষকৈ তেখেতৰ পিতৃৰ ৰচিত কথা-গুৰু-চৰিতখনিৰ ওপৰত ভেজা দি মাধৱদেৱৰ এই চৰিতখনি লেখি উলিয়াইছে। লেখাৰ ধৰণৰপৰা পুথিখনিৰ নিজা এটা সোৱাদ আছে। আশা কৰিছোঁ সমূহ পাঠকে এই কিতাপখনিক যথাযোগ্য সমাদৰ জনাব।

বৈজয়ন্তী, উত্তৰ শৰণীয়া,
গুৱাহাটী-৩ মহেশ্বৰ নেওগ
৮ নবেম্বৰ, ১৯৮৯

## সূচী

মহাপুৰুষ গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ শেষবাৰ বেহাৰলৈ বুলি যাত্ৰা কৰাৰ পূৰ্বে ফাগুনমহীয়া ৰাতি এদিন (১৪৮৯ শক) খাই বৈ উঠাৰ পিছত ভক্তবৃন্দ পৰিবৃত্ত হৈ জুৰ লৈছে নিশা, লগত গুৰু মাধৱদেৱ, ঠাকুৰ আত, বলোৰাম, শ্ৰীৰাম, পৰমানন্দ, গোবিন্দ, জাতিৰাম, কালিৰাম, বাকলিয়া ৰাম আদি সকলো। সকলোৱে আলচ কৰি সুধিছে গুৰুজনাত "বোলে বাপ—এই ধৰ্ম বস্তু গৈ ক'ত ৰবগৈ পাচলৈ?" গুৰুজনাই উত্তৰ দিলে—"মোৰ ৰবাপোত, তুই নাতিত আৰা সবৰ আজ্ঞা দহ বাহুজনকৈও ধৰিব। জ্ঞান শিক্ষা, বোধলৈ অনেক তাৰিব ওপাৰ। আৰু পুবদেশৰ পৰা দুই ব্ৰাহ্মণ আমাৰ পিছত আহিব,। মাধৱে তেওঁলোকক জ্ঞান দিব, আশ্ৰম, নিৰাশ্ৰম, ভাগৱতী ধৰ্ম প্ৰবৰ্তাই জীৱ নিস্তাৰিব আৰু ধুবঁাহাটত বেলগছত মদন গোপালৰ মূৰ্তি থৈ আহিছোঁ মৰা। তেওঁলোকৰ আজ্ঞা লৈ অনেক শাখা বাঢ়িব আৰু আমাৰ দামোদৰ হস্তে আজ্ঞা ধৰ্ম লৈ দহ বাহুজনেও প্ৰবৰ্তাব ভাগৱতী অন্তৰঙ্গা; আৰু উজানৰ পৰা এজন পুৰুষ আহি শুদ্ধ একশৰণ ধৰ্ম প্ৰবৰ্তি অনেকক প্ৰৱৰ্তাব মহাজ্ঞান দি। অনেক জীৱ নিস্তাৰিব। মহা ধোত হৈ অনেকে ধৰি তৰিব।"

তাৰ পিছত মহাপুৰুষ গুৰু ভটিয়াই বেহাৰলৈ গৈ মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত কিছুদিন থাকি ১৪৯০ শকৰ ভাদ মাহৰ সাতদিন যাওঁতে শুক্লাদ্বিতীয়া বৃহস্পতি বাৰ বেলা এক প্ৰহৰত কৃষ্ণদেৱৰ পাদপদ্ম হৃদয়ত ধাৰণ কৰি মুখে ৰাম কৃষ্ণনাম উচ্চাৰণ কৰি বৈকুণ্ঠ প্ৰয়াণ কৰে।

"সাত দিন যান্তে ভাদ্ৰৰ শুকিল
দ্বিতীয়া তিথি মিলিলা।
বৃহস্পতি বাৰে প্ৰহৰেক বেলা
শঙ্কৰে দেহ ত্যাজিলা।" দ্বিজ ৰামানন্দ।

"ভাদ্র মাহত শুক্লা দ্বিতীয়া তিথি ভৈলা।
সেহি দিনা গুরু নব-নাটক এৰিলা॥
তেৰ বছৰৰ মন্দ আৰু ছয় কুৰি।
তেবে চলি গৈলা গুৰু নৰদেহা এৰি॥" ৰামচৰণ।

প্ৰায় ছকুৰি বছৰীয়া ইহলীলা সমাপনৰ আগমুহূৰ্ত্তত অথিৰ হৈ উঠা জ্যেষ্ঠ পুত্ৰ ৰমানন্দক দঢ়াই কৈ কৈ গৈছিল মাধৱদেৱ পুৰুষৰ বিষয়ে "নিশ্চয়ে জানিবা বঢ়াৰ পো আৰু আমি দুয়ো অভেদ অভিন্ন। বঢ়াৰ পোকে আমাৰ স্বৰূপ জানি গুৰু মানি তেওঁৰ পৰা ধৰ্মবস্তু গ্ৰহণ কৰিবা। সৰ্বতোভাৱে তেওঁৰ হাক বচন মানি চলিবা। আমাৰ পাচত তেৱেঁই ধৰ্মাচাৰ্য্য হ'ব।"

বল পৰাক্ৰম শক্তি ভক্তি বল
সবে আছে মাধৱত।
মাধৱৰ লগে পীৰিতি কৰিবা
কৰিয়া অতি আহ্লাদ॥
যুগুতি বচন বুজিবাহা তাস্ত
নকৰিবা তাত বাদ।
তাত মোৰ কিছু নাহিকে অন্তৰ
যানিবা নিশ্চয় কৰি॥
মাধৱ আমাৰ পৰম বান্ধৱ
মোৰ প্ৰাণ একে সৰি।
তাত দন্তে জীৱ বিস্তৰ তৰিব
ভক্তিৰ হৈব আচাৰ্য্য॥
মই চলি যাওঁ তাহান্তে লাগিল
ইঠাৱৰ যত কাৰ্য্য।
মাধৱৰ ঠাই কহিবি বোপাই
আমাৰ কথা সমস্ত।
স্মৰি মোৰ গুণ মাধৱে আপোন
কহিবা ভক্তিৰ তত্ত্ব। দৈত্যাৰি।

শঙ্কৰৰ পুত্ৰ বুলি গৰ্ব নকৰি মাধৱদেৱৰ পুৰুষত মান্য কৰিবলৈ বুলি জ্যেষ্ঠ পুত্ৰ ৰমানন্দক আৰু নিৰ্দেশ দিছিল—

"সৰ্বশক্তি মোৰ মাধৱতে আছে
আনো যত গুন গণ।
তান্ত গৈয়া তুই উপদেশ লৈবি
লগাইবে তেন্তে শৰণ ॥
মাধৱক অল্প বুলি নামানিবি
কৰিবি তানে বচন।
শঙ্কৰৰ পুত্ৰ মই মনে হেন
গৰ্বভাৱ নকৰিবি ॥
মাধৱক গুৰু ঈশ্বৰ মানিয়া
ভক্তি ভাৱে আদৰিবি।
মোৰে মাধৱৰে একে কলেৱৰ
একো ভিন্নভাৱ নাই ॥
ধৰ্মৰ আচাৰ্য্য মাধৱ ভৈলন্ত
কহিলোহো সমুদায় ॥" দ্বিজৰামানন্দ

'আমাৰ শক্তি ভক্তি বল পৰাক্ৰম সকলোখিনি বৰাপোতে থৈছোঁ। শিষ্যভাই নুবুলি গুৰুবোধ কৈ সুধিবা। সকলো আমাৰ সৰ্বস পাবা।'

পাটবাউসীত মহাসমাৰোহেৰে শ্ৰীশঙ্কৰ গুৰুৰ দহাকাৰ্য্য সমাপনান্তে সুবিধা বুজি নাৰায়ণ দাস ঠাকুৰ আতাই ৰমানন্দ ঠাকুৰক সুধিলে—"ঠাকুৰদেৱ তোমাক এটি কথা সুধো, তুমি শঙ্কৰদেৱ গুৰুৰ বৰপুত্ৰ, দ্বিতীয় শঙ্কৰ। সৰ্বগুণালঙ্কৃত। শ্ৰীমন্ত শঙ্কৰদেৱ চলিবৰ সময়ত কাক কি বাক্য বুলি গ'ল তুমি অনুগ্ৰহ কৰি আমাক কোৱাচোন, আমি খেদ-সাগৰৰ পৰা তৰো।" ৰমানন্দ ঠাকুৰে সমাজৰ মাজত শ্ৰীশঙ্কৰদেৱৰ শেষ আজ্ঞা বিবৰি ক'লে—

"মাধৱদেৱৰ বাহিৰে মোৰ আৰু গুৰু নাই।" এই কথা কৈ ৰমানন্দ ঠাকুৰ মৌন হলত সবাৰে মনত ৰঙ্গ হ'ল। নাৰায়ণ ঠাকুৰ আতাই আনন্দত নাচিবলৈ ধৰিলে আৰু ক'লে "গুৰুজনাৰ কিনো সৰ্বানন্দ গুণ। তেওঁ কি বিচক্ষণ। গুৰুজনাই তেওঁৰ পাচত ঘটিবৰ সম্ভৱ থকা সকলো দন্দ ভাঙি থৈ গ'ল।" ঠাকুৰ আতাই টকা বস্ত্ৰ মাল্য আনি ঠগীত লৈ মাধৱদেৱৰ আগত আগবঢ়াই দি সমাজত শুনাই ক'লে "মহাপুৰুষ গুৰুজনে যাৰ হাতত তেওঁৰ জ্যেষ্ঠপুত্ৰক সমৰ্পণ কৰি গ'ল আৰু যাক জ্যেষ্ঠপুত্ৰৰ গুৰুপাতি থৈ গ'ল তেৱেঁই আজিৰ পৰা আমাৰো নিজ গুৰু।" এই বুলিলতে সমাজৰ সকলোৱে তাল-খোল-বাদ্য আদিৰে হৰিধ্বনি কৰি মাধৱদেৱক যথাস্থানত বহুৱাই গুৰুমাল্য প্ৰদান কৰি ধৰ্মাচাৰ্য্য পাতিলে। গুৰু আজ্ঞা অনুযায়ী শ্ৰীশ্ৰীমাধৱদেৱে ধমাচাৰ্য্য হয় ১৪৯০ শকৰ ভাদৰ ১৭ দিন যাওঁতে শ্ৰীশঙ্কৰদেৱৰ দহাকাৰ্য্য সমাপনান্তে।

হেন শুনি লোকে কৰিলন্ত হৰিধ্বনি।
মাধৱক মানিলন্ত গুৰু বাক্য শুনি॥" ৰামচৰণ

গুৰুজনাই বেহাৰ যাত্ৰাৰ পূৰ্বে নিজমুখে মাধৱদেৱক কৈ গৈছিল —"আমাত তোমাত হন্তে যি ধৰ্ম ধৰিব, আমাক দেখিলেও তোমাক দেখে, তোমাক দেখিলেও আমাক দেখে।"

সেইদিনাৰ পৰাই মাধৱদেৱে গুৰুবাক্য শিৰোগত কৰি ধৰ্মাচাৰ্য্য হৈ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ একশৰণ ভাগৱতী নামধৰ্ম প্ৰচাৰ কৰিবলৈ লাগিল।

"শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে আসি তৈতে তৈল বত্তি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা॥ ন-ঘোষা

# মাধৱদেৱ

## আগকথা

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ জীৱনৰ আগকথাখিনি 'গুৰুচৰিত'ত বিশেষৰূপে বহলাই কোৱা হৈছে। ইয়াত তাকে অতি সংক্ষেপে পুনৰ স্মৰণৰ কাৰণে দিয়া হ'ল।

মাধৱদেৱৰ উপৰি পুৰুষ

বণ্ডুকাত— কৃষ্ণৰাম ভূঞা



বিষ্ণু ভূঞা



গোপাল ভূঞা



ৰাম ভূঞা



জনাৰ্দ্দন ভূঞা



চিদানন্দ ভূঞা



গোবিন্দ ভূঞা (ওৰফে মহোদৰ বা বৰকনা গিৰী)





১মা ভাৰ্য্যা অমুচিতা (ভাটিত)



দামোদৰ



২য় ভাৰ্য্যা মনোৰমা বা মনোহৰী (উজনিত)





মাধৱদেৱ



ৰামপুৰী (উৰ্বশী) (স্বামী ৰামদাস)



ৰামচৰণ ঠাকুৰ



দৈত্যাৰি ঠাকুৰ

মাধৱদেৱৰ পিতৃ মহোদৰ ভূঞা কায়স্থৰ আন নাম গোবিন্দ-গিৰী বা ৰৰকনা গিৰী। জনাজাত নাম গোবিন্দ গিৰী। গোবিন্দ গিৰীয়ে পশ্চিমত বণ্ডুকাত ৰজাৰ মজিন্দাৰী কাম কৰিছিল। তেওঁৰ প্ৰথমা পত্নী অমুচিতাৰ গৰ্ভত দামোদৰৰ জন্ম হয়। কিছুদিনৰ পিছত পত্নী বিয়োগ হোৱাত যোগ্য সন্তান দামোদৰৰ হাতত মজিন্দাৰী কাম শোধাই দি উজাই আহি ৰৰদোৱা পায়হি। তাতে শ্ৰীশ্ৰীশঙ্কৰদেৱে তেওঁক পাই আনন্দ লাভ নিজৰ লগত ৰাখি খুড়াকৰ জীয়েক 'মনোহৰী বাই' ( মনোৰমা ) ৰ লগত বিবাহ সূত্ৰত বান্ধি দিয়ে। কছাৰীৰ উপদ্ৰৱত ভূঞাসকল তিষ্ঠিব নোৱাৰি ব্ৰহ্মপুত্ৰ পাৰহৈ উজাই যাবৰ সময়ত শঙ্কৰদেৱে দোলাভৰাই মনোহাৰী বায়েকৰ সৈতে গোবিন্দ গিৰীক আগতিয়াকৈ পঠাই দিলে। বাটত ডকাইতে পাই তেওঁলোকৰ গাৰ কানি-কাপোৰ পৰ্য্যন্ত সকলো বস্তু অপহৰণ কৰি নি নানান দুৰ্গতি কৰিলে। এনে অৱস্থাত অসম ৰজাৰ ( স্বৰ্ণ নাৰায়ণ ১৪১০-১৪৬১ শক ) উজিৰ হৰশিঙা বৰাই ৰাজকাৰ্য্যত নাৱেৰে সেইপিনে উজাই আহোতে তেওঁলোকক পাই নিৰ্ভয় দি কানি-কাপোৰ দি নিজৰ নাৱলৈ বুলি তোলাই নিয়ালে। গোবিন্দ গিৰীৰ পৰা সকলো কথাৰ আদ্যোপান্ত জানি উজিৰে ৰৰকনা গিৰীক আশ্বাস দিলে।

কহন্ত উজিৰে শুনা তুমি মোৰ পিতা,
তোমাৰ পত্নীক মই বুলিলোহো মাতা।
এই নৌকা মধ্যে আসি তোৰা দুইজন,
আমাৰ সহিতে আবে চলা ৰঙ্গ মন॥

উজিৰৰ নাৱৰ ঘাই মাজীজনৰ নাম গোবিন্দ। গোবিন্দ মাজীৰ ঘৰ ঘাগৰত। সেই কাৰণে তেওঁক ঘাগৰী মাজী বুলি জনা যায়। নাৱত যাওঁতে দুয়ো গোবিন্দৰ মাজত গাঢ় বন্ধুত্ব হয়। ঘাগৰী মাজীয়ে অশেষ যত্ন সহকাৰে গোবিন্দ গিৰীৰ আলপৈচান ধৰে। উজাই গৈ কিছুদিনৰ পাছত উজিৰ নিজ ঘাট পালত গোবিন্দ গিৰীক

ভাৰ্য্যাৰে সৈতে নিজৰ ঘৰলৈ লৈ গ'ল। হৰশিঙা বৰা উজিৰৰ পৰিয়াল—পত্নী, পুত্ৰবৰ্গই গোবিন্দ গিৰী আৰু তেওঁৰ ভাৰ্য্যাক অশেষ শ্ৰদ্ধাযত্ন সহকাৰে পালিলে। হৰশিঙা বৰাৰ লেটেকুপুখুৰী পাৰত ঘৰবাৰী কৰি থাকোতেই ১৪১১ শকৰ জেঠমাহৰ কৃষ্ণপক্ষ প্ৰতিপদ তিথি, ৰবিবাৰে ৰাতি দুপৰত পুত্ৰ মাধৱদেৱৰ জন্ম হয়। গৰলা দৈৱজ্ঞই গণনা কৰি ক'লে এই সন্তান ঈশ্বৰাংশসম্ভূত, সুদৰ্শন সৰ্বসুলক্ষণীয়া সুপণ্ডিত ও অতি মেধা সম্পন্ন হব। নাম ৰাখিলে মাধৱ। গুপ্ত নাম ৰাখিলে ৰত্নাকৰ।

মাধৱ ক্ৰমে ডাঙৰ হৈ উঠাৰ লগে লগে উজিৰে তেওঁক লিখা-পঢ়া শিকোৱাৰ দিহা কৰি দিলে। মাধৱে লিখা-পঢ়া কৰাৰ উপৰিও পিতাক গোবিন্দ গিৰীক খেতি-খোলাত যথাসাধ্য সাহায্য কৰি দিয়ে। কিছু-কালৰ পিচত উজীৰৰ মৃত্যু হয় আৰু দেশতো দুৰ্ভিক্ষ আৰু নানান বিভ্ৰাট ঘটিবলৈ ধৰিলে। পিতৃ গোবিন্দ গিৰীৰ সৈতে মাধৱ আহি ঘাগৰী মাজাৰ ঘৰ পালেহি। ঘাগৰী মাজীৰ ঘৰত কিছুদিন থকাৰ ভিতৰতে মাধৱদেৱৰ ভগ্নী উৰ্বশীৰ জন্ম হয়। মাধৱদেৱে নানান কাম কাজৰ মাজেৰেও শাস্ত্ৰাধ্যান কৰি থাকে। গোবিন্দ গিৰী পুত্ৰ ভাৰ্য্যা কন্যাসহ ঘাগৰী মাজীৰ আশ্ৰয়ত প্ৰায় ওঠৰ বছৰ কাল কটায়। উৰ্বশী কন্যা বিবাহযোগ্য হোৱাত বৰকনা গিৰীৰ ভাৰ্য্যাসহ পুতেক জীয়েকক লৈ ধুৱাঁবোল স্মৃতিয়েদি ভটিয়াই আহি ভাণ্ডাৰী ডুবী পাই তাতে নাও বান্ধি ৰ'ল।

ইয়াতে সৰস্বতী ভূঞাৰ বংশৰ হোঁকোৰাকুচিৰ ৰামদাস ভূঞাৰ ( গয়পানি ) লগত জীয়েক উৰ্বশীৰ বিবাহ পাতি দিয়ে। কালক্ৰমে ৰামদাস উৰ্বশীৰ পুত্ৰ ৰামচৰণৰ জন্ম হয়। ৰামচৰণৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ। দৈত্যাৰি ঠাকুৰে স্ব-ৰচিত গুৰুচৰিত পুথিত নিজৰ পৰিচয় দি গৈছে।

"আছিলন্ত ৰামদাস নামে ভক্ত শঙ্কৰদেৱৰ ঠাই,
সমস্ততে আগে শঙ্কৰদেৱত তেহে ভক্তি আছা পাই।

মাধৱদেৱকো তেঁহে প্ৰেমে নিলা শঙ্কৰদেৱৰ পাশ,
শঙ্কৰদেৱেসে দিলন্ত জানিবা তান নাম ৰামদাস।
তাহান তনয় ভৈলা শোভনয় নামত ৰামচৰণ,
ৰামচৰণও ৰমন্ত মতত ৰামৰ চৰণে মন।
মজিল সমুলি ৰাম ৰাম বুলি সদায় কৰা কীৰ্ত্তন,
মাধৱদেৱৰ ভাগিন হোৱন্ত জানিয়হ সৰ্বজন।
তাহান সন্ততি অতি শিশুমতি দৈত্যাৰি দিল নামত
লিখিলো পয়াৰ বন্ধে দুয়ো মহাপুৰুষৰ কথা যত।

ৰামৰচণৰ উপৰি পুৰুষ--

সৰস্বতী ভূঞা

গয়পাল

ভূপাল

কৃপাল

যশপাল

গয়পাণি ( ৰামদাস )

ৰামচৰণ—ভগ্নী উৰ্মিলা ( স্বামী হৰিচৰণ ঠাকুৰ )

দৈত্তাৰি—ত্ৰিপুৰাৰী—নৰহৰি।

জীয়েক উৰ্বশীৰ ৰামদাসৰে সৈতে বিবাহ পাতি দিয়াৰ কিছুদিনৰ পিছত ৰৰকনা গিৰীয়ে নিজ ভাৰ্য্যাক জীয়েক-জোৱায়েকৰ হাতত গতাই দি মাধৱৰ লগত নিজদেশ বণ্ডুকালৈ যায়। ৰৰকনা গিৰীৰ প্ৰথমা ভাৰ্য্যাৰ পুত্ৰ দামোদৰে পিতাক আৰু ভায়েক মাধৱক পাই আদৰ অভ্যৰ্থনা কৰি সমাদৰে ৰাখিলে। ইয়াত থকা কালতে মাধৱদেৱে ৰাজেন্দ্ৰ অধ্যাপক বা ৰমানন্দ কন্দলীৰ তোলত ব্যাকৰণ ভাৰত, পুৰাণ, ভাগৱত, ন্যায় শাস্ত্ৰ অধ্যয়ন কৰি নানান শাস্ত্ৰত

ব্যুৎপত্তি লাভকৰি অগাধ পণ্ডিত হয়। কিছুদিনৰ পিছত বণ্ডুকাতে পিতৃ ৰবকনাগিৰীৰ মৃত্যু হয়। দুয়োপুত্ৰই মিলি যথাযথ ভাবে পিতৃৰ শেষ কাৰ্য্য সমাধা কৰে। তাৰ পিছত মাধৱদেৱ উজাই মাক আৰু ভনীয়েকৰ তালৈ যায়। নাৰায়ণপুৰৰ আহোতে বাটতে মাধৱদেৱে মাকৰ নৰিয়া বুলি খবৰ পাই নীলাচলৰ কাষ পাওঁতে মাকৰ আৰোগ্য কামনা কৰি দেৱীৰ আগত ছাগ বলি দিয়াৰ মানস কৰি গৈ ঘৰ পাই দেখে মাক সম্পুৰ্ণ সুস্থ হৈ উঠিছে। পুৰ্ব মানস পুৰ্ণ কৰিবৰ অৰ্থে বৈনায়েক ৰামদাসক দেৱীৰ কাৰণে পাঠা এযোৰ আনিবলৈ খাটিলে। ৰামদাসে নানা অজুহাত দেখুৱাই আজি আনো, কালি আনো বুলি থাকোঁতেই দুৰ্গাপূজাৰ সময় পালেহি। মাধৱে বলিৰ ছাগলী আনি নিদিয়াৰ কাৰণে বৈনায়েক ৰামদাসক নানা ভৰ্ৎসনা কৰিলে।

"হোকোঁৰাকুচিয়াৰ পো বুদ্ধিত পাগল।
কিয় আনি নিদিয়া মোৰ পূজাৰ ছাগল॥"

এই কথা শুনি বৈনায়েক ৰামদাসে শঙ্কৰদেৱৰ কথা ক'লে আৰু তেওঁ শঙ্কৰৰ শুদ্ধমত অনুসৰি তেওঁত শৰণ লৈ তেনে কাম কৰিব নোৱাৰে বুলি ক'লে। মাধৱদেৱে শঙ্কৰদেৱৰ তেনে মত হাঁহি উকৰাই দি ৰামদাসক বলিবিধানৰ যুক্তি দি দেখুৱালে। ৰামদাসে ক'লে—

"আমাৰ আগত দেখুৱাহা বৰ গোট।
শঙ্কৰৰ লাগ পাইলে হৈবা লোট-সোট॥"

বিনাশী কাৰ্য্যৰ কাৰণে কোনে পাঠা কিনে? ব্ৰহ্মঅংশী জীৱ তাক কি কাৰণে বধ কৰি আপোনাৰ দুখ আনি আৰ্জিবা? দুয়ো নানা তৰ্ক-বিতৰ্কৰ পিছত শঙ্কৰদেৱৰ পাশলৈ অহাৰ ঠিক কৰিলে।

পিচদিনা পুৱাই দুয়ো স্নান আহ্নিক কৰি শঙ্কৰদেৱৰ পাশ পালেহি। শঙ্কৰদেৱ তেতিয়া ধুৱাঁহাট বেলগুৰি সত্ৰত। শঙ্কৰদেৱৰ পাশ পাই তেওঁৰ গৌৰবৰ্ণ সৌম্য মূৰ্তি দেখি মাধৱদেৱৰ পূৰ্বৰ নিজৰ

পাণ্ডিত্যৰ অহংকাৰ বাদ দি প্ৰণিপাতে শঙ্কৰদেৱক সেৱা কৰি আসন গ্ৰহণ কৰাত শঙ্কৰদেৱে ৰামদাসক সুধিলে "এইজন সুন্দৰ পুৰুষ কোন? কি বাবে বা আমাৰ পাশলৈ অহা হৈছে?" ৰামদাসে সকলো কথা প্ৰকাশি ক'লত শঙ্কৰদেৱে শুনি সন্তোষ পাই ক'লে— "অ' মনোহৰী বাইৰ পুতেক ইমান ডাঙৰ হ'লহি মূৰে মূৰে ঠেকা লাগিলেও চিনি নেপাওঁ।"

ইয়াৰ পিছত শঙ্কৰদেৱ মাধৱদেৱ দুয়োৰে নানা শাস্ত্ৰ বাদানুবাদ হয়। শঙ্কৰদেৱে নিবৃত্তি মাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ দি বাদ কৰি থাকোঁতেই বেলি তিনি-পৰীয়া হ'লগৈ। তথাপি দুয়োৰে কথা তৰ্কবাদ পাৰ নিছিগে। শেষত শঙ্কৰদেৱে শ্ৰীমদ্‌ভাগৱতৰ শ্লোক মাতি যুক্তি দেখুৱালে —

> "যথা তৰোৰ্মূল নিষেচনেন
> তৃপ্যন্তি তৎস্কন্ধ ভূজোপশাখাঃ॥
> প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং।
> তথাচ সৰ্ব্বাৰ্চ্চন মুচ্যতেজ্যঃ॥
> বৃক্ষৰ মূলত যেন দিলে আনি জল।
> হোৱয় তৃপিতি তাৰ পত্ৰ পুষ্প ফল॥
> ডালে পাতে সিঞ্চে যদি মূলত নেদয়।
> কদাচিতো ডালে পাতে তৃপিতি নহয়।
> কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়।
> পৃথকে পূজিলে পূজা কেহোঁ নলৱয়॥"

মাধৱে শঙ্কৰদেৱৰ যুক্তি শুনি শঙ্কৰৰ শুদ্ধমত ইয়াকে সৰোগত কৰি কেৱল একমাত্ৰ কৃষ্ণদেৱ হে যে উপাস্য দেৱতা ইয়াকে মনত নিশ্চয় কৰি শঙ্কৰদেৱক গুৰুমানি সেৱা কৰিলে। শঙ্কৰদেৱে মাধৱক দ্বিতীয়বাৰ সেৱা কৰাৰ কাৰণ সোধাত মাধৱদেৱে শঙ্কৰদেৱক ক'লে "বাপ, আপুনি শিৰোমণি ভূঞা বুলি আহিয়েই আপোনাক সেৱা কৰিছিলোঁ, এইবাৰ আপোনাক গুৰু মানি সেৱা কৰিলোঁ।" এই

কথা শুনি শঙ্কৰদেৱে পৰম সন্তোষ লাভ ক'ৰি মাধৱক পিচদিনা আকৌ তেওঁৰ ওচৰলৈ আহিবলৈ ক'লে। এয়ে শঙ্কৰ মাধৱৰ মিলন —সোণত সুৱগাৰ দৰে। তেতিয়া শঙ্কৰদেৱৰ বয়স প্ৰায় তিনিকুৰি তেৰ বছৰ আৰু মাধৱদেৱৰ বয়স একুৰি বাৰ বছৰ। শ্ৰীশঙ্কৰদেৱৰ তিনিকুৰি তেৰ বৰ্ষত, শ্ৰীমাধৱদেৱৰ একুৰি বাৰ বৰ্ষ যাওঁতে লগ পাইছে ধুৱাহাট বেলগুৰিত ১৪৪৩ শকৰ আহিন।

সোণত সুৱগাৰ দৰে শঙ্কৰ মাধৱৰ মণি-কাঞ্চন সংযোগ হৰি কীৰ্তনৰ ধ্বনি ধুৱাঁহাট বেলগুৰিৰ গগন লঙ্ঘিবলৈ ধৰিলে। ৰাম ৰাম গুৰু আৰু ৰামদাস এওঁলোক দুইজনে ওজা আৰু মাধৱদেৱে ডাইনা পালী হৈ কীৰ্তন কৰে। শ্ৰীশঙ্কৰদেৱে নিজে ঘোষা লগায়। ছকুৰি ভকতে তালখোল চাপৰি বজাই হৰিনামত মগ্ন হৈ হৰিকীৰ্তন কৰি হৰিকথা ৰসেৰে বেলগুৰি থান ঢৌৱাই দিবলৈ ধৰিলে।

"হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
বহে অমৃতৰ নদী॥"

# সুন্দৰীত মাধৱদেৱ

গুৰুপত্নীৰ আজ্ঞাক্ৰমে মাধৱদেৱ পুৰুষ ধৰ্মাচাৰ্য্য হোৱাৰ কিছুদিন পাচতেই গণককুচিৰ পৰা আহি সুন্দৰীদিয়াত থাঁৰামঙলৰ বাৰীতে থাকিবলৈ লয়। লগত ভাগিন ৰামচৰণ ঠাকুৰ আৰু শ্ৰীৰাম আতা থাকে। ভাগিন ৰামচৰণ ঠাকুৰ, দুই গুৰু নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ তিনিও একেলগে মাধৱদেৱ পুৰুষৰ তত্বাৱধানতে নিয়মিত ৰূপে লিখা পঢ়া শিকে, নানান শাস্ত্ৰাধ্যয়ন কৰে। ধৰ্ম চৰ্চাৰ লগে লগে মাধৱদেৱ পুৰুষ শাস্ত্ৰৰচনাত ব্যস্ত হৈ থাকে। সুন্দৰীত আহি মাধৱদেৱে ৰত্নাৱলীৰ শ্লোক ভাঙি পদ কৰিবলৈ আৰম্ভ কৰিছে মাত্ৰ, তেনেতে হাথীয়া দলৈয়ে ইতিকিং কৰি ক'লে, "অ' তুমিও শাস্ত্ৰ কৰিব ধৈলা .মাৰ শঙ্কৰদেৱক দেখি। তাৰাৰ গ্ৰন্থ অনেক আদৰকৈ চাব, পঢ়িব, শুনিব। তোমাৰ পুথি চাব গাব কোনে?" মাধৱদেৱে মনত দুখ পাই কিছুদিন শাস্ত্ৰৰচনা বন্ধ কৰি ৰাখিছিল। পিছত আকৌ শাস্ত্ৰ ৰচনাত মনদি ৰত্নাৱলী শাস্ত্ৰখনি প্ৰণয়ন কৰে। মাধৱদেৱে ৰত্নাৱলী শাস্ত্ৰখনি লিখি অটাই কণ্ঠভূষণৰ লগত আলোচনা কৰে। পূৰ্ব্বে কণ্ঠভূষণে মহাপুৰুষ গুৰুজনাৰ দিনতে বিষ্ণুপুৰীকৃত মহাভাগৱত সাৰ ৰত্নাৱলী শাস্ত্ৰখনি কাশীৰ পৰা আ'নি শঙ্কৰদেৱৰ হাতত দিছিলহি পাটবাউসীতে। গুৰুজনাই মাধৱদেৱ পুৰুষক ৰত্নাৱলীৰ পদ ৰচনা কৰিবলৈ কয় আৰু গুৰুজনা বৈকুণ্ঠবাসী হোৱাৰ কিছুদিনৰ পাছতহে ৰত্নাৱলী শাস্ত্ৰখনি সম্পূৰ্ণ হয়। কণ্ঠভূষণে সম্পূৰ্ণ শাস্ত্ৰখনিৰ পদ পয়াৰ পাই পঢ়ি চাই আনন্দত আপ্লুত হয়। পঢ়ি চাই দেখে "পণ্ডিতে মুখ দিব নোৱাৰা বিচক্ষণ হৈছে গোটাই।" বোলে বাপ, "ইশাস্ত্ৰ ভকতৰ সৰ্ব্বস্ব, বৈষ্ণৱৰ হিয়াৰ বস্তু। গোটে এটো বোৱা নাই আৰু তত্বৰ অলী প্ৰেমময়।"

এদিন শ্ৰীৰামৰলৰ বাৰীত থকা দিনতেই মাধৱদেৱে কোটোৰা খেলোৱা নাট ৰচনাত ব্যস্ত হৈ আছে। এনেতে ঠাকুৰ আতাই দক্ষিণৰ মালচাৰৰ কংসাৰি ঠাকুৰক মাধৱদেৱৰ ওচৰলৈ লৈ আনে। কংসাৰি ঠাকুৰে গুৰুজনাত শৰণ লোৱাত "বিষ্ণু আতা" নাম থলে আৰু ক'লে "তোমাত হস্তে অনেক জীৱ তৰিব।" বিষ্ণু আতাই মাধৱদেৱৰ আদেশত দক্ষিণ কূলত শ্ৰীশঙ্কৰদেৱৰ শুদ্ধ একশৰণ ধৰ্ম প্ৰচাৰ কৰে।

গোটেই অঞ্চলৰ লোক ভাগি আছে ভকত হবলৈ। বিষ্ণু আতাই মহাপুৰুষ গুৰুক গুৰু মনাই শৰণ-ভজন দিয়ে। সুন্দৰী-দিয়াতেই মাধৱদেৱৰ ওচৰত ক্ৰমে ভৱানীপুৰীয়া গোপাল আতা, মথুৰাদাস বুঢ়া আতা, যদুমণি' ভাতৌকুচিয়া কেশৱচৰণ আতা, নাজিৰাৰ হৰিহৰ আতাই শৰণ লৈছি।

## শ্ৰীৰাম আতা

মাধৱদেৱ দিনে গণককুচিৰ পৰা পাটবাউসীলৈ গুৰুজনাৰ কাষলৈ আহোঁতে প্ৰায়েই অকলে আহিব লগাত পৰে। মাধৱদেৱৰ আলধৰা মাকলীৰ পুত্ৰেক ৰাম (কালিৰাম আতৈ) গণককুচিত মাধৱদেৱৰ বহা বৰ্থীয়া হৈ থাকে আৰু যথাযথ ভাবে মাধৱদেৱৰ পৰিচৰ্য্যা কৰে। মাধৱদেৱ অকলে গকণকুচিৰ পৰা পাটবাউসীলৈ অহা-যোৱা কৰে কাৰণে শঙ্কৰদেৱে মাধৱদেৱৰ লগত দিনে অহা যোৱা কৰিবলৈ বুলি এজন ভাল লোক আনি দিবলৈ নাৰায়ণ ঠাকুৰক (ঠাকুৰ আতা) আজ্ঞা কৰিলে।

ঠাকুৰ আঁতাই বৰনগৰৰ শিমলুৱা গাঁৱৰ এজন লোকক লগ পালে। নাম শ্ৰীৰাম। শ্ৰীৰামৰ কেও কিছু নাই। মানুহজনো স্বভাৱতে কমঠ, গহীন গম্ভীৰ। দিনটো লোকৰ ঘৰত কামবন কৰি পেট প্ৰৱৰ্ত্তায়। ঠাকুৰ আতাই তেওঁক পাই বৰ সন্তোষ পালে আৰু তেওঁক নিজৰ নাওত তুলি লৈ শঙ্কৰদেৱৰ ওচৰ পালেহি। শ্ৰীৰামক দেখি শঙ্কৰদেৱে বৰ সন্তোষ পালে আৰু মাধৱদেৱৰ তাত থাকি মাধৱদেৱৰ পাটবাউসীলৈ গুৰুসেৱালৈ অহাযোৱাৰ লগ কৰি দিলে। এতিয়া মাধৱদেৱে স্নান, গুৰুসেৱা, মালাসেৱা কৈ প্ৰত্যুষে কৃষ্ণ কথা শুনিবলৈ গুৰুজনাৰ তালৈ আহে শ্ৰীৰামৰ সৈতে। ভক্ত কালিৰাম আতৈয়ে নিত্যকৰ্ম কৰি ঠাই খৰি, মাছ, শাকপানীৰ সবাকে যতাই থৈ মাধৱদেৱৰ সেৱা কৰে গণককুচিৰ বহাত।

**গুৰুপদৰেণু মাহাত্ম্য আৰু ধুলাৰ আঁহি :**

এদিন মাধৱদেৱে কলৰ থলুৱাবে ভালকৈ ধুই পখালি কঠ এখনি কৰি শ্ৰীশঙ্কৰদেৱক দিলেহি। কঠখনি শ্ৰীৰাম আতাই মাটিত পাৰি তাৰ ওপৰত কমলি দলিছা পাৰি দি গুৰুজনাৰ বহাৰ আসন কৰি দিয়ে। হৰিকথা চৰ্চাৰ অন্তত গুৰুজনা উঠি গলে

শ্ৰীৰাম আতাই কমলিখনি ধূলি জোকাৰি হাতত তুলি লয়। এইদৰে নিতে পৰিচৰ্য্যা কৰে। এদিন মাধৱদেৱে শ্ৰীৰাম আতাক ন-চকু এটাত কিছুমান ধুলি পানীত দি মিহলাই লাক কৰা দেখি সুধিলে 'শ্ৰীৰাম কি কৰা হৈছে' শ্ৰীৰামে উত্তৰ দিলে 'বাপ, গুৰুজনাৰ আজি এক বৰ্ষৰ কঠ-কম্বল তুলি ধূলি ফেৰি শুকাইছোঁ গুৰুসেৱাৰ বেলিকা তিলক লবলৈ।' মাধৱদেৱে শ্ৰীৰাম আতাৰ গুৰুভক্তি আৰু গুৰু সেৱাৰ মাহাত্ম্য বুজি তাতে ঘোষা কৰি মাতিছে—

"পৰম ঈশ্বৰ কৃষ্ণ তাহাঙ্ক নপাই লাগ
তপ, জপ, যাগ, যোগ দানে।
একান্ত ভক্তৰ পদ ৰেণু শুদ্ধ চিত্তে মাথে
অভিষেক নকৰয় মানে। (৬৮)

তাৰপৰাহে কঠৰ প্ৰচলন আৰু ধূলাৰ আৰ্হি হয়।

এদিন কৃষ্ণ কথা শুনি গধুলি সকলো ঘৰাঘৰি গ'ল। মাধৱদেৱো গুৰুজনাক প্ৰণাম কৰি গণককুচিলৈ যাত্ৰা কৰিলে। গুৰুজনা তেতিয়াও নিজ আসনত বহি আছে। বা'হৰত বৰষুণ। গুৰুজনাই মনকৰিলে শ্ৰীৰাম ভেতিয ও যোৱা নাই। পিছত জানু পাতি বহি আছে। গুৰুজনাই সুধিলে 'শ্ৰীৰাম, তুমি যোৱা নাই দেখোন?' শ্ৰীৰামে ক'লে "বাপ, আপুনি উঠা নাই কাৰণে কঠখনি তুলিবলৈ বুলি বৈ আছো। গুৰুজনাই সুধিলে আন দিনাও এনে কৰানে?" 'হয বাপ' শ্ৰীৰামে ক'লে। 'তেন্তে এতিয়া বৰষুণত যাবা কেনেকৈ? বঢ়াৰপোও গ'ল, তুমি অকলে ৰাতি এতিয়া যাব নালাগে। ইয়াতে ভোজনকৈ শুই থাকিবা।' ৰাতি শ্ৰীৰামআতা গুৰুজনাৰ ভৰিপঠানতে শুই আছে। মহাপুৰুষ গুৰুৱে ৰাতিৰ প্ৰথম প্ৰহৰত মাত দিছে "শ্ৰীৰাম" শ্ৰীৰামে শুনি ক'লে—'বাপ কওক।' আকৌ দুই প্ৰহৰত মাত দিছে 'শ্ৰীৰাম'। শ্ৰীৰাম আতাই ক'লে 'বাপ কওক'। গুৰুজনাই ক'লে 'মই নামহে লৈছো।' তৃতীয় প্ৰহৰত আকৌ গুৰুজনাৰ মুখৰপৰা উচ্চাৰিত হ'ল 'শ্ৰীৰাম'। শ্ৰীৰাম আতাই,

আকৌ মাত দিলে 'বাপ আজ্ঞা কৰক।' শেষ প্ৰহৰত গুৰুজনাই পুনৰ 'শ্ৰীৰাম' বুলি নাম লোৱাত শ্ৰীৰাম আতাই পুনৰ মাত দিলে 'বাপ আজ্ঞা কৰিব লাগে।' গুৰুজনাই ক'লে 'শ্ৰীৰাম, মই নামহে স্মৰণ কৰিছো প্ৰহৰ অন্তেকে। চাৰিও প্ৰহৰত দেখোন তুমি মাত দিছা, টোপনি নাহে নেকি তোমাৰ?' শ্ৰীৰাম আতাই ক'লে 'বাপ, আপুনি স্বয়ং নিজৰ নাম নানান শাস্ত্ৰৰ মাজত লুকুৱালা শ্ৰীৰাম আদি অৱতাৰ হৈ। দ্বাপৰত কৃষ্ণ অৱতাৰত যজ্ঞ, হোম পূজা নিজে কৰিলা। এতিয়া কলিত নামধৰ্ম প্ৰকাশ কৰাইছা, নিদ্ৰা পৰিহৰি এনে নাম নললে কেনেকৈ নিস্তাৰ পাম প্ৰভো?' 'মহাপুৰুষে শ্ৰীৰাম আতাৰ খেদ ভক্তি দেখি মহাপ্ৰেম খেদত গীত কৰিছে।

"ৰাম মেৰি হৃদয় পঙ্কজে বৈছে।"

শ্ৰীৰাম আতাই ৰাতি টোপনিতে অনৰ্গল ৰামনাম উচ্চাৰণ কৰি থাকে দেখি ওচৰৰ ভকতে ভাবে তেওঁ ওৰেৰাতি সাৰে থাকিহে সেইদৰে ৰামনাম লয়। মাধৱদেৱক ভকতসকলে জনোৱাত ক'লে 'নহয়, শ্ৰীৰামে টোপনিতে নাম লয়।' সেৱকসকলক তাৰ প্ৰমাণ দেখুৱাবলৈ বুলি এদিন শ্ৰীৰাম আতা খাই বৈ শোৱাৰ পিচত মাধৱদেৱে হৰি বল্লভক লগত লৈ শ্ৰীৰামৰ বাহাত গৈ দেখিলে যে শ্ৰীৰাম গভীৰ নিদ্ৰাত মগ্ন। অথচ শ্ৰীৰামৰ মুখেদি অনৰ্গল ৰাম নাম উচ্চাৰিত হৰ লাগিছে। মাধৱদেৱে শ্ৰীৰাম আতাক নজগাই গুচি আহিল পিচদিনা ৰাতিপুৱা শ্ৰীৰাম আতা ওচৰলৈ অহাত মাধৱদেৱে ক'লে 'কালি ৰাতি আমি তোমাৰ বাহালৈ গৈছিলো তুমি টোপনিত অনৰ্গল ৰাম নাম লৈছিলা।' শ্ৰীৰাম আতাই খেদ কৰি ক'লে ''বাপ, অপৰাধ হৈছে আপোনাৰ পদধূলি লবলৈ সুযোগ নাপালো। এতেকে বাপ দাসৰ দোষ ক্ষমা কৰিব লাগে।

মাধৱদেৱে গুৰুপত্নী আই গোসানীৰ ঠাইলৈ শ্ৰীৰাম আতাক মাহেকত দুই তিনিবাৰকৈ খা-খবৰ লবলৈ পঠায়। শ্ৰীৰাম আতাইও

সেইমতে গৈ আই গোসাঁনীৰ খা-খবৰ লৈ আহেগৈ। এবাৰ গুৰু-পত্নীয়ে শ্ৰীৰাম আতাক জনালে বোলে গৈ বাপুক কৰা ঘৰটি ঝৰে। আতাই আহি মাধৱদেৱক সেই অনুক্ৰমে জনালেহি। ঘৰটি উৰুৱে বুলি জানি মাধৱদেৱে গধূলি ভকতসকলক খাটিলে কালিলৈ গুৰু-পত্নীৰ ঘৰটো চাবলৈ কোন যাব পাৰিব? ৰাতিপুৱাই গুৰুসেৱা, স্নানাদি সমাপ্ত কৰি মাধৱদেৱ আই গোসাঁনীৰ ঠাইলৈ বুলি ওলাল। বাটত বুঢ়া আতাক পাই কলে 'মথুৰাদাস ভকতক মাতি আনা।' গুৰুজন ভকত সহ লগত খেৰ বাঁহ লৈ ওলালগৈ। দুপৰীয়ালৈ ঘৰৰ কাম হৈ গ'ল। আই গোসাঁনীয়ে চাউল সিজাইছে ভকতলৈ। গুৰুজন সহ নকুৰি ভকতক বাঢ়ি দিছে আয়ে নিজে। আহাৰান্তে সকলো আবেলিলৈ ঘৰাঘৰি গ'ল গুৰুজন আৰু আই গোসাঁনীক সেৱাকৈ।

কেইদিন মানৰ পিচত শ্ৰীৰাম আতাই আই গোসানীৰ খবৰ কৰিবলৈ গৈ লাও এটা লৈ আহি গুৰুজনাৰ আগত দিলেহি; বোলে আই গোসাঁনীয়ে দি পঠাইছে। সুধিলে পালে ক'ত? বোলে চালতে লাও এজুপি উঠিছে। তাৰে ডাঙৰটো চিঙি আপোনালৈ বুলি দি পঠাইছে। গুৰুজনে ক'লে, শ্ৰীৰাম, ভকতে ইমান কষ্টকৈ সিদিনা মাত্ৰ ঘৰটি চাই দিছে, চালত লাওদিলে ঘৰটো সোনকালেই বেয়া হব। গতিকে তুমি গৈ লাওজোপা কাটি দি আহিবা। বুঢ়া আতাক গৈ ক'লে মথুৰাদাস তুমিয়েই যোৱা লাওজুপি কাটি থৈ আহাগৈ। বুঢ়া আতাই ভাবিলে, লাওজুপি কাটিলে আয়ে অসন্তোষ পাব, নেকাটিলেও গুৰুবাক্য লৰে। বুঢ়া আতা গৈ আই মাতৃক জনালগৈ গুৰুজনাৰ আদেশ, ভকতে ইমান শ্ৰমকৈ ঘৰটি দিনটোতে সাজি দিলে, এতিয়া চালত লাও দি পচিলে আকৌ কোনে সাজি দিব? গতিকে কাটিয়েই পেলোৱাগৈ। দা এখন লৈ মথুৰাদাস আতা ওলাই গ'ল। গৈ খাগৰি কোটোহা বাঁহ আনি কাষতে হেন্দালি দি তাৰে লাওজোপা আঁত লগাই পূৰ্বৱতে

নমাই দি ক'লে, আই মাতৃ চাওকচোন কেনে হৈছে? আয়ে বৰ সন্তোষ পালে। ইফালে গুৰুজনে ঘনে ঘনে উচপিচাই খেদ কৰি আছে, মথুৰাদাসক লাও কাটিবলৈ পঠিয়ালোহে হয়, আয়ে মনত কষ্ট পাব। বুঢ়া আতা ঘুৰি আহি পোৱা মাত্রে সুধিলে, মথুৰা লাও কাটিলানে? বোলে বাপ আয়ে মনত অসন্তোষ পাই বুলি হেন্দালি কৰি লাওজোপা চালৰ পৰা তুলি নমাই দিলো। আপোনাৰ বাক্য ৰাখি সক ঠাল এটা কাটি দিয়া হ'ল। গুৰুজনে অতি সন্তোষ পাই ক'লে, "মথুৰা তুমি আজি আমাক ভাল ৰাখিলা। মোৰ মন বুজি লাও ৰাখি যেনেকৈ মোক সন্তোষ দিলা তুমিও আমাৰ ভক্তিবস্তুৰে পৰম্পদ হৈ বৈকুণ্ঠত সন্তোষ লভিবা" এই বুলি আশীৰ্বাদ কৰিলে।

## বৰপেটা থানত আম আৰু বাঁওয়াল ফুল : ভকতৰ অৱশেষ :

ভবানীপুৰত গোপাল আতা আৰু ককিলা গুৰু দুইবো ঘৰ। এবাৰ দুয়ো গুৰুজনাৰ ঠাইলৈ বুলি একেলগে আহিছে। বৰপেটাৰ ওচৰতে সক হাবি অলপ পাৰ হৈ বাউসীলৈ আহিব লাগে। হাবি পাৰ হওতে সুন্দৰ ডাঙৰ শুকুলা বান্দৰ এটাই আহি তেওঁলোকৰ হাতত আম এটা দিলেহি। তেতিয়া পুহ মাহ। আম পকিবৰ নৌ হয়। দুয়ো আমটো আনি শ্রীৰাম আতাৰ হাতত দিলেহি বোলে গুৰুজনাৰ কাৰণে ভকত এজনে আম এটা বনৰ পৰা আনি দিছে। শ্রীৰাম আতাই চাই দেখিলে আমটোত নখৰ আচোৰ পৰি এপিনে কাটি গৈছে। আদখনিয়া যেন দেখি শ্রীৰাম আতাই গুৰুজনাৰ আগত আমটো থুলিয়ালে। গধূলি ভাত খাই উঠি কৰণিৰ পৰা আমটো আনি ভালপিনৰ পৰা এচকল খাই আমটোৰ বাকীখিনি পুনৰ কৰণিত তুলি থলে। পিচদিনা গুৰুজনে সুধিলে, "শ্রীৰাম, পুহমহীয়া আম পকেনে?" শ্রীৰাম আতা হতভম্ব হ'ল। গুৰুজনাৰ কি অবিদিত ৰব পাৰে? শ্রীৰাম আতাই কাতৰ হৈ ক্ষমা খুজি ক'লে "বাপ,

মোৰ ছুৰ্ধোৰ অপৰাধ হৈছে। মই জীৱন্তে মৰিলো।” গুৰুজনে হাঁহি ক'লে “একো অপৰাধ হোৱা নাই। এনে দেৱভোগ্য অমৃত তুমি খাব পোৱা মোৰ ভক্তৰ বস্তু। আনা, অৱশিষ্টখিনি খোৱা যাওক।” গুৰুজনে খোৱা মাতিলে—

“ভক্তৰ শেষত পৰে শ্ৰেষ্ঠ বস্তু নাই
তাক ভুঞ্জিবাৰ সখি মোৰ বাঞ্ছা যায়।”

ছুয়ো আমৰ গুটিটো কৰলৈ নিলে। গুৰুজনে নিজ হাতেৰে গুটিটো ৰোপন কৰি লগতে কেতেকী ফুল আৰু ৰঙিয়াল ফুল-এজুপিও কই দিলে। বহুদিনলৈ কেতেকী আৰু ৰঙিয়াল ফুল জুপিৰ লগত আমগছজুপি বৰপেটা থানত আছিল। আমগছজুপি কেবাশ বছৰ ধৰি জীয়াই থাকি বুঢ়া হৈ মৰিল। সেই গছৰ গুকান একো ডুখৰি সৰু সৰু টুকুৰা আজিলৈকে বৰপেটা থানত বিশিষ্ট সাধুসকলৰ লগত 'সেৱাইত' বস্তু হৈ আছে।

এবাৰ ককিলা গুৰুয়ে ৰৰ কল এথোকা গুৰুজনলৈ বুলি আনিছে। লগত গোপাল আতাও। এনেতে বিজয়পুৰৰ পৰা চাৰিজন ভকত আহি লগ লাগিলহি। তেওঁলোকে কলথোকা দেখি ক'লে “বিজয়পুৰৰ পৰা আজি তিনিদিনে আহি আছো প্ৰায় উপবাস, ভোক পিয়াহত খোজ লৰবে শক্তি নাইকিয়া হৈছে।” গোপাল আতাই ক'লে “তেন্তে তাৰে পৰাই ভকত কিজনক বাৰটা কল দি দিয়া যাওক। ভগাই খাওক তেওঁলোকে। গা শাত পৰিব, ভকত সেৱাও হব।” ককিলা গুৰুৱে ক'লে “গুৰুজনলৈ বুলি আগকৰি আনিছো, এতিয়া এওঁলোকক তাৰপৰা দি গুৰুজনাক খাইএৰা কলথোকা দিম নৈগেনে?” গোপাল আতাই ক'লে, “দিয়ক, গুৰুজনেও ভকতকহে বিলাই দিব। তেতিয়া হ'লেও ভকতেই খাব, এতিয়াও ভকতেই খাব।” ভকত কিজনক খাবলৈ দি বাকী কলথোক ককিলা গুৰুৱে গুৰুজনাক এৰাদিয়া হ'ব বুলি নিদিয়াকৈ থৈ দিলে নি। পিচদিনা গুৰুজনে ক'লে “আজি আমাক মহাপুৰুষ গুৰুৱে

যথাৰ্থ দেখুৱালে বোলে ককিলা গুৰুৱে অনা কলৰ বাৰটাহে পালো, বাকীখিনি নিদিলে দেখোন ?" ককিলা গুৰুৱে শেষ দেখি নিদিয়া বোলাত গুৰুজনে বোলে একো অপৰাধ হোৱা নাই। ভকতৰ অৱশেষ হে আমাৰ প্ৰাপ্য। কলথোকা আনি সকলোকে বিলাই দিছে আৰু নিজেও খাইছে। গুৰুজনৰ যে কোনো কথাই অবিদিত নেথাকে ককিলা গুৰুৰ বুজিবলৈ বাকী নৰল। গুৰুজনে ক'লে স্বয়ং কৃষ্ণদেৱৰ উক্তি—

"মই বিনে ভকতে নিচিন্তে আন।
ভকত বিনে মোৰ নাহি ধ্যান॥"

শ্ৰীৰাম আতাই এদোন চাউলৰ অন্নভোজন কৰে। এদিন গুৰু-জনে লাও এটি আনি মূৰ কাটি এদোন চাউল ধৰাকৈ শ্ৰীৰাম আতাৰ হাতত দি ক'লে এই জোখেৰে খাবা আৰু এটি শিল দি ক'লে নিতে চাউল বহাই উঠি লাওটোত শিলটোৰে এঘহা মাৰিবা। শ্ৰীৰাম আতাই প্ৰত্যেক দিনে লাৎৰ জোখাৰে চাউল বহাই। কৰই নোৱাৰে যে লাওটো ক্ৰমান্বয়ে নিতে শিলৰ ঘহনি খাই সৰু হৈ আহিছে আৰু তেওঁৰ বহোৱা ভাতৰ চাউলো সেই অনুপাতে কমি আহিছে। টুটিবৰো উমান নেপালে, পেটবো উমান নেপালে। কিছুদিনৰ পিচত চাউলৰ জোখ একঠাত ৰ'লগৈ। গুৰুজনে গম পাই ক'লে শ্ৰীৰাম এই জোখেৰে খাবা আৰু নঘহিবা।

এদিন গুৰুজনত ভক্তসকলে সুধিলে, "বাপ, 'জীৱন মুক্ত' ভক্ত আজিকালি আছেনে ?" মাধৱদেৱ পুৰুষে উত্তৰ দিলে "তোমালোকৰ সঙ্গতে আছে দেখোন" এইবুলি শ্ৰীৰাম আতাৰ পিনে চালে। 'শ্ৰীৰাম আতাই কাতুৰ্বাদ কৰি গুৰুজনক জনালে "বাপ, তুখ নিদিব।" এইকথা শুনি মাধৱদেৱ পুৰুষ নিৰুত্তৰ হৈ থাকিল।

# কণ্ঠভূষণ গুৰু

ৰামৰাম গুৰুৰ জোৱায়েক ৰাজগুৰু কণ্ঠভূষণ সপত্নীক মাগুৰিত থাকে। এদিন লগত চৈধ্যজন ভকত লৈ মাধৱদেৱ মাগুৰি ওলালগৈ। কণ্ঠভূষণ মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাৰ পণ্ডিত আছিল। পিচত নৰনাৰায়ণ ৰজাৰ ভতিজা ৰঘুৰায় আৰু পুত্ৰ লক্ষ্মীনাৰায়ণ দুয়োৰে ৰাজগুৰু হয়গৈ। এই কণ্ঠভূষণ গুৰুৰ হাতেৰেই বিষ্ণুপুৰী ৰচিত ৰত্নাৱলী শাস্ত্ৰখনি বিষ্ণুপুৰীৰ প্ৰিয় শিষ্য ব্ৰহ্মানন্দই শ্ৰীশঙ্কৰদেৱৰ ওচৰলৈ পঠাই দিছিল। কণ্ঠভূষণে কাশীৰ পৰা ৰত্নাৱলী গ্ৰন্থখনি আনি পাটবাউসীত শ্ৰীশঙ্কৰদেৱৰ হাতত দিয়েছি। ভক্তসঙ্গ মাধৱদেৱ পুৰুষক পাই কণ্ঠভূষণ গুৰু পৰম আনন্দিত হয়। মহা শ্ৰদ্ধাৰে কণ্ঠভূষণ গুৰুৱে মাধৱদেৱক নিজৰ ঠাইত হৰি নাম কীৰ্ত্তন কৰি তিনি পক্ষ ৰাখিছে। ৰামৰাম গুৰুৰ দুহিতৃ কণ্ঠভূষণৰ পত্নীয়ে অন্ন-ব্যঞ্জন সিজাই সেৱা শুশ্ৰূষা কৰি নিজ হাতেৰে গুৰুজনাক ভোজন কৰোৱায়। ভোজনান্তে স্বামীয়ে সৈতে অন্ন পাত্ৰবোৰ মূৰত তুলিলৈ "পাইলো পাইলো ৰে কৃষ্ণপদ পঙ্কজৰ ধূলি, ব্ৰহ্মা হৰে শিৱে ধৰে শুদ্ধ হওঁ বুলি" এই ঘোষা গাই নদীৰ জলত বিসৰ্জন কৰি আহি গুৰুজনৰ চৰণ বন্দনা কৰে। তাত থকা কিদিন মাধৱদেৱে নিতে বৃন্দাবনৰ শিশুকৃষ্ণ, গোপবালক সমে ভোজন বেহাৰ খেলা পাতি, চৰিত্ৰকৈ সকলোকে শুনায়। অমৃত বৰষে। এইৰূপে তিনি পক্ষ তাত বৈ থাকি গুৰুজন পুনৰ সুন্দৰী লৈ উভতি আহে।

আৰু এবাৰ গুৰুজন গৈ মাগুৰি পালেগৈ। কণ্ঠভূষণ গুৰুৰ চ'ৰাতে গৈ জুৰাইছে। কণ্ঠভূষণৰ বাৰ্ত্তা লৈ জানিলে তেওঁ গোসাঁই পূজা কৰিবলৈ বহিছেগৈ। ৰঘুৰায়ে কণ্ঠভূষণক পাঁচোটা পাইক দিছে, কণ্ঠভূষণৰ পূজাৰ ফুল-তুলসীৰ যোগান ধৰিবলৈ। নিতৌ

নানান পুষ্প তুলসীৰ উপহাৰেৰে পূজা সাং কৰি উঠোতে আবেলি তিনিপৰীয়া হয়গৈ। সেইদিনা দুপৰীয়া পূজাসেৱা কৰি থাকোতেই মাধৱদেৱ গৈ চ'ৰাত জুৰাইছে বুলি শুনি তেওঁ লৰালৰিকৈ পূজা সাং কৰি মাধৱদেৱৰ পাশলৈ আহি দণ্ডৱতে প্ৰণাম কৰিলেহি। গুৰুজনে সোধিলে তোমাৰ পূজাসেৱা তিনিপৰতহে ভাগে, কিয় এবি আহিলা? কণ্ঠভূষণে বিনম্ৰ হৈ ক'লে—"বাপ, উৱা নাপায়হে ভুঞ্জ"—বলি নিগদতি যদুপতি, গৃহত থাকিয়া দেখিলো তযু চৰণ।

"যাহাৰ মূৰ্ত্তিক যত্নঙ যজো
হেনয় কৃষ্ণক সাক্ষাতে দেখো।"

শ্ৰদ্ধা সমাদৰ কৰি কণ্ঠভূষণ গুৰুৱে মাধৱদেৱ পুৰুষক সাত দিন ৰাখি পঠাইছে।

কৰিলা গুৰু :—কৰিলা গুৰুৱে নিতৌ স্নানকৈ গাখীৰ খিৱাই গুৰুজনাৰ কাৰণে টেকেলি এটাত মুখ বান্ধি থৈ দি যায়হি। এদিন তেনেকৈ গাখীৰ তুলি থলে, কিন্তু কিবা কাৰণত আহিব নোৱাৰিলে। পিচদিনা ৰাতিপুৱাই গৈ গাখীৰৰ টেকেলিটো গুৰুজনাৰ আগত সেৱাকৈ দিলে নি। গুৰুজনে বোলে "কৰিলা, গাখীৰ আনিছা হয়, পিছে লোকক খুৱাই এৰা গাখীৰ কণ হে মোলৈ আনিব পোৱানে? কৰিলাগুৰু গুৰুজনাৰ কথাত আচৰিত হৈ সেমেনা-সেমেনি কৰিছে, বোলে "বাপ, কিয় তেনেকৈ আনিম? বোলে, চোৱাচোন।" মুখমেলি চাই দেখে হয়, সৰু ল'ৰাই খামোচ মাৰি ওপৰৰ পৰা নি লোৱাৰ আঙুলিৰ চিন আছে। কৰিলা গুৰু আচৰিত হ'ল। ক'লে "বাপ, মোৰ ঘৰততো আমি দুই বুঢ়া-বুঢ়ীৰ বাহিৰে কোনো ল'ৰা-ছোৱালী নাই। ই কেনেকৈ সম্ভৱ হব পাৰে? মই কালি নিজে টেকেলিৰ মুখ বান্ধি থৈছো আৰু সেই চিনেই আনি আপোনাৰ শ্ৰীচৰণত আগবঢ়াইছোহি।" গুৰুজনে ক'লে চোৱাচোন কিবা মনত পৰেনে? নিশা কিবা দেখিছিলানে?" বোলে বাপ, হয় স্বপ্নত দেখিলো আপোনাৰ ল'ৰা এটিয়ে, হাতে সুবৰ্ণৰ খাৰু, টেকেলিটোৰ পৰা খামোচা

খামোচে উলিয়াই খোৱা দেখিছিলো। এতিয়াহে মনত পৰিছে ।" গুৰুজনে ক'লে "আনে খোৱা নাই, নন্দৰ নন্দনেহে খাই এৰিছে। আনা, আমাৰো অৱশেষ ধৰা হওক ।"

## পাঠক :

যদুমণি নামে মাধৱদেৱৰ এজন সেৱক ব্ৰাহ্মণ আছিল। তেওঁ নিতৌ সুন্দৰীথানৰ প্ৰসঙ্গত পাঠ পঢ়ে। এবাৰ তেওঁ কিবা কাৰণত উজানৰ পিনে যাওঁতে প্ৰসঙ্গত পাঠ পঢ়িবলৈ পাঠক নাইকিয়া হ'ল। প্ৰসঙ্গত পাঠ কৰিবলৈ পাঠক নাইকিয়া বুলি ভকত-সকলে মাধৱদেৱক জনোৱাত শ্ৰীৰাম 'আতাই আমি পাঠক আনি দিম, বুলি কৈ তেওঁ পাঠক বহা ঠাইত কঠএথন পাৰি ৰামচৰণ ঠাকুৰক তাত বহুৱাই দিলে। সেইদিনাৰে পৰা কিছুদিনৰ কাৰণে ৰামচৰণে প্ৰসঙ্গত পাঠ পঢ়িবলৈ ধৰিলে। তাৰ পিচত বৰপেটাত মাধৱদেৱৰ আজ্ঞাক্ৰমে কৰ্ণপূৰ ব্ৰাহ্মণে দুই প্ৰসঙ্গৰ অন্তত কীৰ্ত্তন ঘৰত ভাগৱত পাঠ আৰু ব্যাখ্যা কৰি শুনায়।

এদিন মাধৱদেৱে ভাগিন ৰামচৰণক ক'লে "বাপু ৰামচৰণ, তোৰ আখৰ ভাল। এতেকে বলিচলন পুথি খনিৰ মোক এটা নকল কৰি দে।" মোমায়েক মাধৱদেৱৰ আজ্ঞাক্ৰমে ৰামচৰণে বলিচলনৰ নকল এটা অতি সোনকালেই কৰি দিলে। মাধৱদেৱে অতি সুন্দৰ আখৰৰ নকল দেখি ৰামচৰণক ভূয়সী প্ৰসংশা কৰিলে। এতিয়া মাধৱদেৱৰ ভাগিন আৰু তাতে পাঠক দেখি সকলোৱে ৰামচৰণক আদৰ শ্ৰদ্ধা কৰি টকাসিকা বস্তু বস্ত্ৰদি মান্য কৰে ৰামচৰণক ঠাকুৰ জ্ঞান কৰে মাধৱদেৱে নিজৰ তত্ত্বাবধানত তিনিও ঠাকুৰ। দুই গুৰুনাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ আৰু নিজ ভাগিন ৰামচৰণে গুৰুজনৰ নিৰ্দেশত শাস্ত্ৰ শিক্ষা লাভ কৰে। লগতে অচ্যুত গুৰু আৰু পৰমানন্দও।

# বংশী গোপালদেৱ ঃ যদুমনিদেৱ

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ পাটবাউসীত থকাকালতে উজনিৰ পৰা কেইজনমান মুদৈ আহি গুৰুজনাক ধৰিলেহি যে গুৰুজনা উজনি এৰি অহাৰ পিচৰে পৰা সেই অঞ্চলত ধৰ্মকৰ্ম প্ৰায়ে সকলো লোপ পালে। সকলোৱেই প্ৰচলিত ৰীতি নীতি এৰি অনীতিত চলিছে। গতিকে গুৰুজনা পুনৰ উজনিলৈ আহিব লাগে। শঙ্কৰদেৱে মাধৱদেৱক উজনিলৈ যাবলৈ ক'লে। মাধৱদেৱেও গুৰুৰ আজ্ঞা মানি উজনিলৈ যাবলৈ বুলি প্ৰস্তুত হ'বলৈ লৰালৰিকৈ গণককুচিলৈ গ'ল। ঠাকুৰ আতাই মাধৱদেৱৰ মুখে মাধৱদেৱৰ উজনিলৈ যোৱাৰ কথা শুনি লৰালৰিকৈ গুৰুজনাৰ পাশলৈ আহি প্ৰাৰ্থনা কৰিলেহি —"বাপ, যাৰ পৰা উজনিত পুনৰ নামধৰ্ম প্ৰকাশ হ'ব লাগে সময়ত অৱশ্যে হ'ব, তাত কোনো সন্দেহ নাই। এতেকে ক্ষমা কৰি সখি মাধৱ-বান্ধৱ ইয়াতে বৰ্তমানে থাকিবলৈ আজ্ঞা কৰিব লাগে।" ঠাকুৰ আতাৰ কাকুতিত সদয় হৈ শঙ্কৰদেৱে মাধৱদেৱক উজনীলৈ যাবলৈ নিষেধ কৰিলে আৰু মুদৈসকলক সত্বহতে উলটি যাবলৈ ক'লে।

মুদৈসকলৰ লগত এজন বিতোপন ব্ৰাহ্মণ কিশোৰ আহিছিল। তেওঁৰ নাম গোপাল। সৰুকালৰে পৰাই বাঁহী বজাই ফুৰে কাৰণে তেওঁক বংশীগোপাল বুলিও জনা যায়। এই গোপালেই পিচলৈ স্বনামধন্য দেৱগোপাল হিচাবে পৰিচিত হয়গৈ। বংশীগোপালৰ ঘৰ উজনিৰ মালীপুৰত। জন্ম ১৪৭০ শক ফাগুনৰ পূৰ্ণিমা তিথিত। পিতৃৰ নাম বলদেৱ বা ধৰ্মাই আচাৰ্য্য আৰু পিতামহৰ নাম হৰিহৰ আচাৰ্য্য। বৰ্তমানে মুদৈসকলৰ লগত অৰ্থোপাৰ্জনৰ বাবে ভটিয়াই আহিছে। শঙ্কৰদেৱৰ দৰশন পাই গোপাল মুদৈসকলৰ লগত পুনৰ উজনিলৈ উলটি নগৈ পাটবাউসীতে

থাকিবলৈ ইচ্ছা প্ৰকাশ কৰে। মুদৈসকলে কিন্তু মান্তি হব নোৱাৰিলে। কিয়নো তেওঁলোকৰ লগতেই গোপাল তেওঁলোকৰ তত্ত্বাৱধানত আহিছিল গতিকে গোপালক ফিৰাই নি নিজৰ পৰিয়ালক পুনৰ চমজাই দিয়া তেওঁলোকৰ কৰ্তব্য। নহলে বজাত দায় লগালে। তেওঁলোক গোপালৰ বাবে দায়ী হব লাগিব। গতিকে গোপাল এইবাৰলৈ তেওঁলোকৰ লগত নিশ্চয়ে ফিৰি যাব লাগিব। শঙ্কৰদেৱে গোপালক আশীৰ্বাদ কৰি ক'লে—"বাপু, তুমি এতিয়া মুদৈসকলৰ লগতে উজনিলৈ উলটি যোৱা। উপযুক্ত সময়ত পুনৰ আমাৰ লগ হবা।

"শুনিয়া শঙ্কৰ গুৰু বুলিলেক বাক।
স্নেহে গুৰু উপদেশ দিলন্ত তাহাক॥
শুনিয়ো গোপাল তুমি মোহোৰ বচন।
নালাগে থাকিব এথা, যোৱা এতিক্ষণ॥
উপযুক্ত কাল ভৈলে আহিবা ইহাক।
ভক্তি ধৰ্ম আচৰিবা বোলো নিষ্ঠা বাক॥ ৰামচৰণ।

মুদৈসকল গোপালক লৈ উজনিলৈ প্ৰত্যাবৰ্তন কৰিলে। গুৰু-জনে মাধৱদেৱক ক'লে—"এই জীৱটি তোমাৰ দিনত চাপিব।" মহাপুৰুষ শঙ্কৰদেৱ শেষবাৰ বেহাৰলৈ বুলি যাত্ৰা কৰোতে মাধৱ-দেৱক কৈ গৈছিল—

"শুনা বড়াৰ পো, মোৰ খেদ ৰৈল এটি।
চাৰি দিশে পঠাইছিলো চাৰি ভক্ত গুটি॥
তিনিদিক্ হন্তে ফিৰি আসিল তিনিটি।
একদিক হৈতে ফিৰি নাসিলা একোটি॥
সেইটি চপাবা তুমি তাক মই পাম।
তেওঁক কৰিবা তুমি ধৰ্ম বস্তু দান॥"

"চাৰিদিশে আমাৰ চাৰিজন ভক্ত পঠাইছিলো। তাৰে একজন এতিয়ালৈকে নোলালহি। অৱশ্যে তেওঁ তোমাৰ ওচৰ পাবহি।

তোমাক পালেই তেওঁৰ আমাক পোৱাৰ দৰে হব। তেওঁক তুমিয়েই ধৰ্ম্মবস্তু দান কৰিবা। তেওঁৰ পৰা অনেক জীৱৰ সদ্গতি হব। আৰু পুব দেশৰ পৰা দুই ব্ৰাহ্মণ আমাৰ পিচত আহিব। জানুপৰাই জ্ঞান কথা আশ্ৰম, নিৰাশ্ৰম। ভাগৱতী ধৰ্ম প্ৰৱৰ্ত্তাই জীৱ নিস্তাৰিব। আৰু বেলগাছে মদনগোপাল থৈ আহিছো কৈ দিবা। তেওঁলোকৰ আজ্ঞা লৈ অনেক শাখা বাঢ়িব।" (কথা গুৰুচৰিত)। শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচত বংশী গোপাল, যদুমণি দুয়ে মাধৱদেৱ পুৰুষৰ ওচৰ চাপেহি সুন্দৰীত। গোপাল, যদুমণিক মাধৱদেৱে সমাদৰে দুখনি বস্ত্ৰ দিলে, আঁচু ফুটকীৰে। যদুমণিয়ে বস্ত্ৰখনি যেনেকৈ দিছিল তেনেই ললে। গোপালে আঁচু চিঙি ললে। গুৰুজনে বোলে, "গোপালে নিৰাশ্ৰম ভাগৱতী ধৰ্ম প্ৰবৰ্ত্তাব। যদুমণি প্ৰৱৰ্ত্তাব আশ্ৰম। গোপালৰ অনেক সত্ৰসবাহ হব। অনেক জীৱ তৰিব: বংশীগোপাল যদুমণি দুয়ো আঢ়ৈ বছৰ মাধৱদেৱৰ লগত আছে শাস্ত্ৰ শিক্ষা কৰি, হৰি গুণ গাই গুৰুভক্তি আচৰি। এদিন মাধৱদেৱে যদুমণি, গোপাল দুয়োকো মাতি ক'লে, "তোমালোক দুয়ো উজনি অসমলৈ যোৱা, তাত গুৰুজনে প্ৰৱৰ্ত্তোৱা ধৰ্মবস্তু প্ৰায় লোপ হৈ আছে। গুৰুজনে কৈ গৈছে ধুৱাহাট বেলগুৰিত বেলগছৰ ওপৰত মদনগোপাল মূৰ্ত্তি থৈ আহিছে, লৈ দুয়ো বিপ্ৰে ধৰ্ম প্ৰচাৰ কৰাগৈ।" এইবুলি বংশীগোপাল যদুমণিক আজ্ঞা দি ধৰ্মাচাৰ্য্য পাতি ধৰ্ম প্ৰৱৰ্ত্তাবলৈ বুলি উজনিলৈ পঠালে। এওঁলোককে দেউগোপাল বা বংশীগোপাল ( গোপালদেৱ) আৰু দেউ যদুমণি বোলে।

বংশীগোপালদেৱে কুৰুৱাবাহীত সত্ৰ পাতি থাকে। তেওঁৰ পৰা মিশ্ৰদেৱ বা মিছিৰ গোসাঁই কুৰুৱাবাহী, নিৰঞ্জন পাঠকে আউনী-আটি, লক্ষ্মীকান্তদেৱে গড়মুৰ অন্তৰ্গত উজনিৰ চাৰি সত্ৰীয়াৰ এই তিনিসত্ৰ হয়। বনমালী দেৱে স্থাপন কৰা দক্ষিণপাট উজনিৰ চাৰিসত্ৰৰ আনখনি সত্ৰ। চাৰি সত্ৰীয়াসকলে আহোম ৰজাসকলৰ পৰা অপৰিসীম সন্মান আৰু ঐশ্বৰ্য্য লাভ কৰিছিল। যদুমণিদেৱে মাহৰা সত্ৰ পাতে।

## বংশীগোপালদেৱৰ পৰা বঢ়া সত্ৰ

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| মিশ্ৰদেৱ | জয়হৰিদেৱ | নিৰঞ্জনদেৱ | লক্ষীদেৱ | অৰ্জুনদেৱ | গতিকান্ত | হৰি | দামোদৰ |
| (কুৰুবাবাহী সত্ৰ) | (লক্ষ্মীকান্তদেৱ) (গড়মূৰ সত্ৰ) | ( নিৰঞ্জন পাঠক) আউনীআটি সত্ৰ | (দেবেৰা সত্ৰ) | (ন-চাপৰি) | (শ্ৰাৱনী সত্ৰ) | (বৰপুখুৰীয়া) | (জখলাবন্ধা সত্ৰ, |

# মথুৰাদাস বুঢ়া আতা

বুঢ়া আতাৰ উৎপত্তি পুৰুষ চিৰাই ৰকৰা। চিৰাই বকৰাৰ পুত্ৰ বিৰাই; তেওঁৰ পুতেক বিৰিঞ্চি, বিৰিঞ্চিৰ পুত্ৰ লিবোচন, তেওঁৰ পুত্ৰ বিৰূপাক্ষ। বিৰূপাক্ষৰ পুতেক কামেশ্বৰ আৰু কামেশ্বৰৰ পুতেক গোপাল। গোপালৰ জন্ম হয় বৰপেটাৰ কাষত তাঁতীকুছিত ১৪১২ শক। মুখিয়াল তাঁতী গোপালৰ বৰ আঢ্যবন্ত আছিল। মুছলমানৰ আক্ৰমণত তেওঁ উজাই গৈ কলিয়াবৰ পালেগৈ। কলিয়াবৰত ছমাহ থাকি মিছামুখ পালেহি। মিছামুখত এবছৰ থাকি জলাহ পাইহি। জলাহতে বেপাৰ-বাণিজ্য কৰি প্ৰায় বছৰ ডেৰেক কাল থাকি। আকৌ কাজলিমুখ পায়হি। বাৰিষা পানীত প্ৰৱৰ্ত্তিব নোৱাৰি তাত দুবছৰমান থাকি গোপাল বৰ লুইত পাৰ হৈ কুকৰা হৈ পুনৰ তাঁতীকুছিত থিতি লয়গৈ। তাতে হৰি মৰলৰ দুহিতা শান্তা নামে কন্যা এটিক বিবাহ কৰি ঘৰ-সংসাৰ কৰি থাকে। তাত থাকোতে ঘূৰিফুৰা বঙ্গদেশীয় চৈতন্য পন্থী কিছুলোকৰ লগ পাই তেওঁ চৈতন্য পন্থী নাম মন্ত্ৰ লৈ ওঠৰজন পালিৰে সৈতে দল পাতি গাঁৱে গাঁৱে চৈতন্যপন্থীয় বঙলুৱা নাম কীৰ্ত্তন কৰি ফুৰিবলৈ লয়। এনেকৈ ঘূৰি ফুৰোতে এদিন গোপাল সঙ্গী সকলেৰে সৈতে গৈ মনথৈত ঠাকুৰ আতাৰ গৃহত ওলালগৈ। ঠাকুৰ আতাই তেওঁলোকৰ বঙলুৱা নাম-কীৰ্ত্তনৰ লগতে নৱসিদ্ধ পুথিৰ পদ মিহলোৱাই গোৱা দেখি সুধিলে, এয়া পদ ক'ৰ পৰা ললা? গোপালে ক'লে নৱসিদ্ধ পুথিখনি পাই তাৰ পৰা পদ কেইটি আওৰাই লৈ তেওঁৰ জনা কীৰ্ত্তনৰ লগতে মিলাই গায়। কিন্তু তাৰ ঠিক অৰ্থ তেওঁৰ এতিয়াও বোধগম্য হোৱা নাই। ঠাকুৰ আতাই তেওঁক তেতিয়া ক'লে "যদি বুজা নাই তেন্তে যি এই গীত পদৰ মালিক তেওঁৰ ওচৰলৈ নোযোৱা কিয়? যি এই গীত পদ কৰিছে তেওঁ স্বয়ং সুন্দৰীতে আছে দেখোন?

তেওঁতে গৈ সোধাগৈ এই পদ কেইটিৰ অৰ্থ কি ? তেওঁ অতি সহজ ভৱলাকৈ বুজাই দিব দেখোন।" গোপালে ঠাকুৰ আতাত খাটিলে তেওঁলোকক মহাপুৰুষ মাধৱদেৱৰ ওচৰলৈ লৈ যাব লাগে বুলি। পিচদিনা শুচি সংযমন হৈ পালি-সহ গোপাল ঠাকুৰ আতাৰে সৈতে গৈ মহাপুৰুষ জনাক সেৱা জনাই সুধিলে--"বিশিষ্ট গুৰুৰ কি লক্ষণ?" মাধৱদেৱে ওলোটাই সুধিলে "জানি কি কৰিবা ?" গোপালে ক'লে যদি বিশিষ্ট গুৰু পাওঁ, তেওঁৰ চৰণত নিজকে অৰ্পি দিম। গোপালৰ উত্তৰ শুনি মাধৱদেৱে নৱসিদ্ধৰ পৰাই গুৰুৰ নানান দিশৰ পৰিচয় দি বুজালে সন্তসাধু মহন্তৰ লক্ষণ কি আৰু তেনে সন্তসাধু মহন্ত গুৰুৱে কি বিচাৰে নিজৰ ভক্তবৃন্দৰ পৰা। গোপালে মাধৱদেৱৰ ব্যাখ্যা শুনি অতি পুলকিত হৈ মাধৱদেৱক গুৰুমানি সেৱা কৰিলে। মাধৱদেৱে ক'লে "তুমি আনক গুৰুমানি আনৰ পন্থা লৈ মোৰ ওচৰলৈ আহিছা, মই কেনেকৈ তোমাক নিজৰ পন্থা-ৰ ভিতৰলৈ আনিব পাৰো ? যদিহে মোক গুৰু মানিব খোজা আগৰ গুৰুসকলক বিসৰ্জন দিব লাগিব। তেওঁলোকৰ নামধৰি মাটিত একোটা আঁক দিয়া আৰু আঁক কেইটা ভৰিৰে মোহাৰি পেলাই মুচি দিয়া।" লগৰ প্ৰত্যেকজন সঙ্গীয়ে আগৰ গুৰুৰ নাম ধৰি মাটিত আঁক দি ভৰিৰে মোহাৰি মুচি দিলে। গোপালে উঠি দণ্ডৱত হৈ পুনৰ মাধৱদেৱক সেৱা কৰি জনালে যে তেওঁ তেনে কৰিব নোৱাৰে, যিহেতু এসময়ত তেওঁক গুৰু বুলি মানিছিল। এটি দৃষ্টান্ত দিলে"-- উত্তম বিশিষ্ট লোকে প্ৰথমে কম পানীৰ ডোবা পালেও গা শুদ্ধি কৰি স্নান কৰে। ডাঙৰ বিল পালে আৰু ভালকৈ গা পখালে। নদী পালে সুন্দৰকৈ স্নানাদি কৰে। যদি নৈৰ পিচত গঙ্গা বা সমুদ্ৰ পায় নিজকে ধন্য মানি স্নান শুদ্ধি কৰি লয়। যি যিমানৰ পাত্ৰ সমানৰহে শিক্ষা দিব পাৰে। তেওঁলোকৰ পৰা যি জ্ঞান পালো তাৰে মোৰ মনৰ সংশয় নমৰিল কাৰণে আপোনাৰ অভয় চৰণলৈ আহিছো। যেন সমুদ্ৰৰ কাষত পাইছোঁহি সমুদ্ৰ স্নানৰ কাৰণে।

গতিকে তেওঁলোকক অবমাননা নকৰাকৈও দাস আপোনাৰ অভয় চৰণত বিক্ৰয় হব পাৰে। গতিকে হাতেনেই আগৰ গুৰুৰ নাম মুচি দি আপোনাৰ শৰণ ললো।" মাধৱদেৱে পৰম সন্তোষ পাই ক'লে "গোপাল তুমি ধন্য। তেওঁলোকৰ লগতে তুমিও যদি তেওঁলোকৰ দৰেই আগৰ গুৰুৰ নাম ভৰিবে গছকি মোহাৰি দিলাহেঁতেন তেন্তে নিশ্চয়ে তোমাক মই মোৰ পাশ চপাই নললেঁহেঁতেন। কিয়নো এনেকাম যি এবাৰ কৰে সি পুনৰ কৰিব। পুনৰ মোকো গুৰু অমান্য কৰি আনৰ শৰণ চাপিব।" পিচদিনা পুনৰ শুচি সংযমন হৈ হবিচে থাকি গোপাল অকলে আহি গুৰুজনাক বিধিৱতে সেৱা কৰি শৰণ লয়হি। মাধৱদেৱ পুৰুষত শৰণ লোৱা সময়ত গোপালৰ বয়স আছিল ৮১ বছৰ। কেইদিনমান মাধৱদেৱৰ তাত থাকি গোপালে গুৰুসেৱা কৰে, ধৰ্ম-চৰ্চা কৰে। মাধৱদেৱে গোপালক পৰম শ্ৰদ্ধাৰ চকুৰে চায়।

এদিন গোপালে আগৰ দৰেই বঙ্গদেশীয় গীতমাত ধৰিছে— তেহে গুৰুজনে নিজে দুটা ভাটিয়ালী গীত কৰি দিছে গোপালক গাবলৈ—

"মে'কে কিনো গতি দিলা গোপাল
তুমি অগতিৰ গতি
এ ভৱ ভঞ্জন তোমাৰ চৰণ
সেৱিতে নকৰো ৰতি।"
আৰু
"মোই দেখু দেখু সুন্দৰ কানু
খেলায় কদম্বৰ তলে
কোটি কাম জিনি।"

আৰু এদিন গোপালে মাধৱদেৱৰ চৰণত আঁঠুলৈ সেৱা

কৰিছেহি। গুৰুজনে সুধিলে "তোমাৰ লগৰবিলাক কলৈ গ'ল ?" বোলে "বাপ, তেওঁলোক খেতিত লাগি আছে, অহাত পলম হৈছে।" মাধৱদেৱে ক'লে "বিনাশী খেতি কৰি মায়াময় সংসাৰ পুত্ৰ ভাৰ্য্যাত লাগি আয়ুক্ষয় কৰাতকৈ হৰিনাম লৈ জীৱন সাৰ্থক কৰাহে সাফল্য।" সেইবেলা গুৰুজনে গীত কৰি গাইছে জীৱক কৃপা কৰি—

"কিৰিষি কৰিয়ো আলো মনাই
হৰিৰ চৰণ সেৱাৰ পৰম সুখে।"

# ঠাকুৰ আতা ভৱানন্দ

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে ভৱানন্দ বৰ সদাগৰক নাৰায়ণ দাস নাম দি নিজ ভকতৰ আগশাৰীত থৈ মাধৱদেৱৰ সৈতে সখিত্ব নিৰূপণ কৰি যায় পাটবাউসীত

ঠাকুৰ আতা থাকে মংবৈত। তাৰে পৰা গৈ সুন্দৰীত মাধৱদেৱৰ পাশত বহি কৃষ্ণ কথা আলাপ কৰে মাধৱদেৱও নানান সময়ত নানা ছেগবুজি ঠাকুৰ আতাৰ ঘৰলৈ আহে মনথৈলৈ। মাধৱদেৱ পুৰুষ সখি নাৰায়ণ ঠাকুৰৰ গৃহলৈ কুৰিবাৰ গৈছে এইদৰে।

এবাৰ শ্ৰীৰাম আতাৰ লগতলৈ গুৰুজন গৈ ঠাকুৰ আতাৰ বাৰীৰ মাজত গৈ বহি পৰিলগৈ ভৰদুপৰীয়া, ঠাকুৰ আতাৰ ঘৰৰ পিনে পিঠি দি। শ্ৰীৰামক ক'লে চোৰাচোন জালি তিয়হ, পকা চিৰাল আছেনে বাৰীত? শ্ৰীৰামে আনি কমণ্ডলু জলেৰে ধুই পখালি গুৰুজনাৰ আগত দণ্ডৱতে দিলে নি। ঘৰৰ পৰাই ঠাকুৰ আতাই বাৰীত কোন সোমাইছে বুলি চাই আহি দেখে স্বয়ং গুৰুজন আসনভিৰি বহি আছে সমুখত শ্ৰীৰাম। দণ্ডৱতে পৰি প্ৰণাম কৰাত গুৰুজনে ইষৎ হাস্য কৰি দশমৰ পদ মাতি ক'লে—

"গুৱালে আনন্দে বেঢ়ি
চোৰ বুলি পাকে গেৰি
তই চোৰ মই সদগিৰি॥"

ঠাকুৰ আতাই "বোলে, বাপ, আমিহে চোৰ, আপুনিহে গৃহস্থ" বুলি অভয় পদত সেৱা জনালে।

এবাৰ ঠাকুৰ আতাই পৰমানন্দেৰে খালচ কৰিলে বোলে গুৰুজন আহি গৈ থাকে কোতিয়াবা মাছ পোৱা নেযায়, গুদায়ে খোৱাব লাগে। গতিকে অলপ গৰৈ, কাৱৈ, মাগুৰ মাছ আনি

জীয়াই থোৱা যাওক। গুৰুজন কেইদিন মান পাচত আহি শ্রীৰামেৰে সৈতে বহিছেহি। অলপ কাণ দি শুনি ক'লে, "সখি, কিহৰ খুলুক-থালাক শব্দ শুনো ?" বোলে, "বাপ মাছ অলপ আনি জীৱন দি থৈছো। কেতিয়াবা কেতিয়াবা আপোনাক শুদা চাউল সিজোৱা খাই পঠাব লাগে বুলি। বোলে আনাছোন। চাই দেখে যে মাছবিলাক মুৰ ডাঙৰ চিয়ঁা হৈছে। বোলে কিয় এনেকৈ জীৱন বন্দী কৰি থৈছা ? এৰি দিয়া। জীৱক দয়া কৰি গুৰুজনে গোটেই জীৱন দিয়া মাছবিলাক বিলত এৰি দিয়ালে।

এবাৰ গুৰুজন ঠাকুৰ আতাৰ ঘৰলৈ আহি দেখিলে ঠাকুৰ আতাৰ সৰু ল'ৰাটি—জগৎানন্দ কান্দি আছে পানীপতাত পৰি। ওচৰত কেৱেঁা নাই। গুৰুজনে তেহে তর্জনী আঙুলীটো কেঁচুৱা-টিৰ মুখত দিছে, কেঁচুৱাই টপ্ টপ্কৈ চুপি মনে মনে শুই থাকিল। ঠাকুৰ আতা আৰু পৰিবাৰ দুয়ো গুৰুজনৰ দয়া দেখি অবাক। গুৰুজনৰ কি দয়া সকলোৰে প্ৰতি !

আৰু এবাৰ গুৰুজন গৈ ঠাকুৰ আতাৰ কীর্ত্তন ঘৰতে সোমাইছেগৈ একাদশীৰ দিনা। আতাই পৰমানন্দৰ মাকক ক'লে অলপ সান্দহ যুগুত কৰিবলৈ। ঠাকুৰ আতাৰ পৰিবাৰে সকলো যোগাৰ কৰিলে আৰু গুৰুজনে কৃষ্ণকথা লীলা চর্চ্চা কৰা শুনি থাকোতেই সান্দহৰ কথা পাহৰিলে। গুৰুজনে পাচে এই পাঁচটি গীত কৰি চর্চ্চা কৰিছে।

"গোপাল পলায়া আছে মাত্র মাৰিবাৰ ভয়ে।"
"মাই ভূষণ কৰাৱ হামাৰি।"
"ৰাধা আগু গোবিন্দ বোলত চাতুৰি।"
"গোবিন্দকো ৰাধা বোলত বাণী।"
"মাৰত আগু গোবিন্দ কৰত গোহাৰি।"

ঠাকুৰ আতাৰ পৰিবাৰ আয়ে ৰাধাকৃষ্ণৰ ৰহস্য পৰমানন্দে শুনি আছে। প্ৰেম ৰসত মজি লোটক ধাৰাসাৰে ঝৰিছে। চিৰা-সান্দহৰ কথা পাহৰিলে। চৰিত্ৰ সম্বৰণৰ পিছত ঠাকুৰ আতাই আহি পৰিবাৰক সুধিলেহি "হ'লনে চিৰা-সান্দহৰ যোগাৰ?" বোলে হৰ এতিয়া। "গুৰুজনৰ প্ৰেমৰহস্যৰ ব্যাখ্যা শুনি ভোল গলো।" ঠাকুৰ আতাই অলপ বিমৰিষ ভাব দেখুৱাত গুৰুজনে ক'লে —"সখি তুমি নন্দগোপালৰ ৰহস্য প্ৰেম শুনিব লাগে, পৰমানন্দৰ মাকে শুনিব নেলাগেনেকি?" তেওঁ ঠাকুৰ আতা, আই, পৰমানন্দ সবেমিলি চিৰা-সান্দহৰ যোগাৰ কৰি গুৰুজনৰ সেৱাত ধৰিছে। পৰম আনন্দেৰে গুৰুজন শ্ৰীৰাম আতাৰ সৈতে নিজৰ কীৰ্ত্তন গৃহলৈ ফিৰি গ'ল।

আৰু এবাৰ শ্ৰীৰাম আতাৰে সৈতে গৈছে গুৰুজন ঠাকুৰ আতাৰ তাঁলৈ। ঠাকুৰ আতাই পচুলি মুখৰে পৰাই সুন্দৰকৈ ঢাপ দি নানা বিধৰ কল কইছে—সোন্দা, ৰৰতমণি, মালভোগ, গোবিন্দ, তুলসী, বগীতৰা, পুৰা আদি কল। কোনোজোপাৰ থোক মেলিছে কোনোজোপাৰ থোক পৰিছে। ঠাকুৰ আতাই নিজে কোৰ লৈ কলবিলাকৰ মাজে মাজে মাটি চপাই আছে। গুৰুজন যে আহি চ'ৰাত বহি আছে, কবই নোৱাৰে। পিছত দেখি গুৰুজনৰ পাৱত সেৱা জনাওতে গুৰুজনে সুধিলে, "সখি কি কৰিছে?" ঠাকুৰ আতাই মাত দিলে "আপোনাৰ পদ পঙ্কজৰ সেৱাৰ অৰ্থে কলপুলি কেইটিমান কইছো। তাৰে কোনোটিৰ ফুল মেলিছে, কোনোটি থোক পৰিছে। ইয়াৰ পৰাই কল, পাত, পচলা আদি আনি আপোনাৰ শ্ৰীচৰণত লগাবৰ পুৰুষাৰ্থ কৰিছো।" গুৰুজনে খং কৰি ক'লে "আনাছোন দা এখন, এনে পুৰুষাৰ্থ কিয় কৰিব লাগিছে অকল মোৰ কাৰণে" বুলি দাখন লৈ কল কাটিবলৈ বুলি ওলাল। মোৰ কাৰণেই অকল কিয় ইমান কষ্ট কৰিব লাগে বুলি এফালৰ পৰা কলপুলি দুটামান কাটি দিলে। ঠাকুৰ

আতাই তেতিয়া কলে, "বাপ, ভকত সেৱালৈকো বুলি কৰিছিলো।" মাধৱদেৱে পৰম সন্তোষ পাই কলে "যদি ভকত সেৱকলৈ বুলি কৰিছা তেনেহলে মই গিৰি নহওঁ। ভকতৰ সেৱাৰ কাৰণে যদি কৰিছা আগতে নকলা কিয় ?" বুলি কৈ ঠাকুৰ আতাক প্ৰশংসা কৰি আনন্দেৰে ভোজন পাতিকৈ গধূলি আহিছে।

## ইষ্ট মিত্ৰ চিনাকি ঃ

এবাৰ ঠাকুৰ আতাই পুতেক পৰমানন্দক সুধিলে—"তোৰ ইষ্ট মিত্ৰ আছেনে কোনোবা ?" বোলে আছে দহ বাৰজন। ঠাকুৰ আতাই পুনৰাই সুধিলে "তেনে বন্ধু বান্ধৱং আশা কৰিব পাৰি নে ?" পৰমানন্দই বোলে পাৰো। বোলে বাৰু চাব লাগিব।

এদিন ঠাকুৰ আতাই বাৰী চুৰ্কি সৰুকৈ গাঁত এটা কৰি জাবৰ-জোথৰ দি শুকান কল থওঁৰ। এডাল গৰুৰ নেজৰ আকাৰে গাতৰতে পুতি অলপ উলিয়াই থৈ কোৰখন থুতৰিত দি বিমৰিষ ভাবে আছে। পৰমানন্দই পিতাকক তেনে ভাবে দেখি সুধিলে কি হ'ল বুলি। ঠাকুৰ আতাই ক'লে বোলে "বোপাই আহছোন, গৰু পোৱালীটো মাৰ মাৰি দিলো মৰি থাকিল। ইয়াতে পুতি থৈছো, পিছে জগৰিয়াহে হলো। যাচোন, তোৰ ইষ্ট মিত্ৰ কোন ক'ত আছে বুদ্ধি ভৰষা লৈ আহগৈ কোনে কি কয় ?" পৰমানন্দ আতুৰহৈ লৰালৰিকৈ তেওঁৰ বন্ধু-বান্ধৱসকলৰ ওচৰলৈ গৈ ক'লে। কোনোৱে ক'লে আতা ইমান জনাবুজা লোক হৈ কি কাম কৰিলে ? কোনোৱে ক'লে, ভাত খাই উঠি যাম, কোনোৱে ক'লে সত্তাকৈ মেলপাতি প্ৰায়চিত্ত কৰিবৰ যোগাৰ কৰিব লাগে। কোনোৱে ক'লে যি হ'ল কতো আৰু কব নালাগে। কোনোৱে ক'লে, গৰু পোৱালী মৰিলেই, গৈনো কি কৰিম এতিয়া। সকলোৱেই এইদৰে কলে কিন্তু কোনো নাহিল। পৰমানন্দ বিষণ্ণ মনে ঘুৰি

আছিল। ঠাকুৰ আতাই সুধিলে "কি হ'ল ? কোনে কি ক'লে ? কোনো নাছিল দেখোন তোৰ লগত ? এয়াহে তোৰ ভৰষা কৰা ইষ্ট মিত্ৰ ? যা লবালৰিকৈ যা মোৰ সখিৰ ওচৰলৈ কি কয় সুধিবি।" পৰমানন্দ লবালৰিকৈ মাধৱদেৱৰ পাশলৈ গৈ তেওঁৰ ওচৰ পাই সেৱা জনাই আদ্যোপান্ত ক'লেগৈ। গুৰুজনে পাতত বহি মুখলৈ ভাত তুলিছিলহে, তেনেতে পৰমানন্দৰ কথা শুনি য'ৰ ভাত ত'তে এৰি থৈ হাঁহি ক'লে, "বাপেৰে গৰু মাৰিলে তাকে বৰ খবৰটো দিবলৈ লবালৰিকৈ আহিছ ? ব'ল!" বুলি শ্ৰীৰাম আতাক লৈ পৰমানন্দেৰে সৈতে ঠাকুৰ আতাৰ কাষ পালেহি। ঠাকুৰ আতাই "পৰমানন্দক পঠিয়াই দি গুৰুজনাৰ কাৰণে গাখীৰ চিৰা জোগাৰ কৰি থৈ বাটৰ পৰাগৈ আগবঢ়াই আনিলেগৈ। গুৰুজনে ক'লে পৰমানন্দই দেখোন সখিয়ে মাতিছে বুলি ক'লে তাক মোক লৈ আনিছে। কি হৈছে ?" বুলি হাস্য কৰিলে। ঠাকুৰ আতাই সেৱা জনাই ক'লে আমাৰ পৰমানন্দৰ হেনো যাঠি সত্তৰ ইষ্ট মিত্ৰ বন্ধু বান্ধৱ আছে যাৰ ওপৰত তেওঁ সকলো পিনে ভৰষা কৰিব পাৰে। তাৰহে প্ৰমাণ লোৱা হ'ল। তিনিও স্নানাদি সমাপনান্তে ভোজন কৰি অপাৰ আনন্দ লাভ কৰিলে। ঠাকুৰ আতাই প্ৰাৰ্থনা কৰি ঘোষা মাতিছে—

"কতনো আমাৰ অপৰাধ হবি।"

গধূলি ঠাকুৰ আতাই অতি আদৰ স্নেহ সহকাৰে গুৰুজনক অগবঢ়াই থৈ আহেগৈ।

এদিন ঠাকুৰ আতা মনথৈৰ পৰা আহি শ্ৰীৰাম আতাৰ বহাতে জাপি লাঠি থৈ অলপ জিৰাইছেহি। শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ হাতভৰি ধোৱাই গামোচাৰে মচি কঠ পাৰি গুৱাপান দি বিশ্ৰাম কৰিবলৈ দিছে। দেখিলে বিহিণাৰ পাতে ঠাকুৰ আতাৰ ভৰি শিৰলা শিৰল কৰি কাটি পেলাইছে। সেইদিনা শ্ৰীৰাম আতা উস্ আস্কৈ

কটাই বাতি ঢল পোহৰ দিয়াৰ লগে লগেই উঠি হাতত দীঘল নলীয়া দা এখন লৈ এবপেটাৰ পৰা একেবাৰে মনথৈলেকে বাস্তাৰ দুয়োকাষে দুকোৰ কৈ মাৰি মাৰি বিৰিণাবিলাক কাটি পেলালেগৈ। গুৰুজনে দুপৰীয়া কীৰ্ত্তনত বহি শ্ৰীৰাম আতাক নেদেখি সোধাত হৰি আতাই ক'লে তেওঁখেতে বৈকুণ্ঠৰ পথ চাঁচি ভকতি কৰিছে গৈ। তেতিয়া গুৰুজনে আদ্যোপান্ত জানি পৰম সন্তোষ হৈ ঘোষা কৰিছে—

"অজ্ঞান আন্ধাৰে পৰিয়া জীৱ জ্ঞানপথ ভৈলা নাশ,
নাম অজ্ঞানীয়া বিনে আনমতে নপায় হৰিৰ পাশ ॥"

শ্ৰীৰাম আতা আহি স্নান গুৰুসেৱা কৰাত গুৰুজনে ক'লে—শ্ৰীৰাম এনে অজ্ঞানীয়া গুৰুসেৱাত হে হৰিক পায়।

আৰু এবাৰ ভাদ মাহত গুৰুকীৰ্ত্তনৰ সময়ত। মাধৱদেৱ পুৰুষে নাট সূত্ৰ গীত লৈ দিনত ভোজন বেহাৰ নাট কৰি ৰাতিলৈ দধিমথন ভাওনা পাতিছে। ৰাতিপুৱাই ঠাকুৰ আতাই পৰমানন্দক লগত লৈ নাট ভাওনা চাবলৈ আহিল। শ্ৰীৰাম আতাই ক'লে "বাপ, আপুনি বাৰে বাৰে সকলো কীৰ্ত্তন ভাওনা চাবলৈ আহে, কিন্তু আই-মাতৃয়ে এবাৰো চাবলৈ নেপায়। এইবাৰ মই গৈ ঘৰ ৰখোগৈ, আয়ে আহি কীৰ্ত্তন যাত্ৰা চাওকহি" বুলি শ্ৰীৰাম আতা মনথৈলৈ গৈ পৰমানন্দৰ মাতৃক সেৱা কৰি ক'লেগৈ, "আই আজি মই ঘৰ ৰখিম আপুনি কীৰ্ত্তন যাত্ৰা চাওকগৈ।" আইক দেখি ঠাকুৰ আতাই সুধিলে ঘৰত কাক ৰখীয়া দি আহিল বুলি। আইয়ে ক'লে শ্ৰীৰাম আতাই ঘৰ ৰখি মোক কীৰ্ত্তন যাত্ৰা চাবলৈ পঠিয়াইছে। শ্ৰীৰাম আতাই ইফালে হাতত কোৰলৈ ঘৰৰ চাৰিওকালে চুচি চোতাল পাত আৰু বিললৈ যোৱা গোটেই বাট পৰিষ্কাৰ কৰাত লাগি গ'ল। গোটেই বাৰী চোতাল চুকৰি ধুই মেলি চাফা কৰি অটাওতে গধূলি হ'লহি। আয়ে কীৰ্ত্তন যাত্ৰা চাই ফিৰি আহি শ্ৰীৰাম আতাৰ কাণ্ড দেখি অবাক। শ্ৰীৰাম আতাৰ সেৱাৰ তুলনা নাই।

এদিন ঠাকুৰ আতাই কিবা কামত পুস্তকৰ ওপৰত খং কৰি পৰমানন্দক মাৰিবলৈ বুলি খেদি আহিল। পৰমানন্দ ঠাকুৰে লৰ মাৰি বাগি দি ক'লে, "মোক খেদিলে কি হব? মাৰিব নোৱাৰা, কিয়নো মই পুৰা ভকত, তুমি আদখনিয়া আধা ভকত হে। তুমি যব অভাগ্যৱন্ত। অভাগ্যৱন্ত!! অভাগ্যৱন্ত!!! কিয় খেদা? মই ভাগ্যৱন্ত। ভাগ্যৱন্ত!! ভাগ্যৱন্ত!!!" বুলি পৰমানন্দই কিনিবাৰ ক'লে। ঠাকুৰ আতাই স্নানাদিৰ পিচত গুৰুজনৰ পাশলৈ আহি বিষাদ মুখে পৰমানন্দৰ কথা কলেহি। গুৰুজনে সখিৰ মনৰ অৱস্থা বুজি তেতিয়াই ধনঞ্জয় আতৈক পঠিয়াই পৰমানন্দক মতাই আনি সুধিলে "হয়নে পৰমানন্দ, তুমি মোৰ সখিক অভাগ্যৱন্ত আদখনীয়া বোলা? মোৰ গুৰু শ্ৰীশঙ্কৰদেৱে সখিক নিজে সামৰি ভক্ত কৰি নাৰায়ণ ঠাকুৰ নাম দি মোৰে সৈতে সখিত্বৰ বান্ধনত বান্ধি থৈ গৈছে। আৰু তুমি এতিয়া ফুকলীয়া ল'ৰা এটাই বোলা মোৰ সখি, পিতাৰ অভাগ্যৱন্ত আৰু আদখনীয়া ভকতহে।" পৰমানন্দই তপৰাই মাত দিলে "বাপ আমি সাধাৰণ মানুহৰ মতে চালে দেখো পিতাৰ আধা বয়স বেহা-বেপাৰতে গ'ল। বেহা-বেপাৰত অন্যায় মিছা নক'লে বণিজ নচলে। মহাপাপ সিজিল। আঠৈকুৰি বছৰ বয়সতহে পিতাই মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰদেউক লগ পাই ধৰ্ম ধৰিছে, আৰু আপোনাৰ লগত সখি হৈছে। মই কিন্তু তেওঁৰ বীৰ্য্যত গৰ্ভৰে পৰা ভকত আৰু মহাধৰ্মক ধৰিছো আৰু মোৰ শ্ৰীশঙ্কৰদেৱ মহাপুৰুষে পাদ পঙ্কজ শিৰত দিছে দেৱৰো দুৰ্লভ। এতেকে বাপ মই পুৰা ভকত, মই মহাভাগ্য পালো। অতি ভাগ্যৱন্ত। পিতা আদখনীয়া অভাগ্যৱন্ত। আদসেৰ বুলি কব পাৰি নে নোৱাৰি?" গুৰুজনে ক'লে "সখি পৰমানন্দে মোৰ মুখৰ মাত হৰিলে। কি সমিধান দিয়া যায়?" পৰমানন্দই আমাক ঘটালে। ঠাকুৰ আতাই ক'লে মোৰ কোনো উত্তৰ নাই। পৰমানন্দক কলে তুমি পিতাৰাক এনে

কথা কব নালাগে। দুয়ো পিতা-পুত্ৰক গুৰুজনে সন্তোষ সম্বোধন কৈ পঠাই দিলে নিজ ঘৰলৈ।

হাটিৰ ভকত আতৈসকলে ইজনে সিজনে ফু-ফা কৰে বোলে ঠাকুৰ আতাৰ গৃহবাসী ভাৰ্য্যা পুত্ৰ দেহৰ পিনেহে প্ৰবল টান। গুৰু-জনলৈ অবহেলা কৰে। গুৰুজনে শুনি দুখ পালে। শ্ৰীৰাম আতাক ক'লে বোলে গৈ চোৱাচোন সখিয়ে নো কি কৰিছে? গৈ দেখে ঠাকুৰ আতাই হাতত কোৰ লৈ তিয়হ, চিৰাল ঠিকেই কৰিছে আৰু অহৰহ মুখৰ পৰা হৰিকথা, চৰিত্ৰ কথা ওলাব লাগিছে। শুনি শ্ৰীৰাম আতাৰ আনন্দ ভক্তিত প্ৰেম ঝৰি ঠাকুৰ আতাৰ ভৰিত পৰি সেৱা কৰিলে।

ঠাকুৰ আতাই পুতেক পৰমানন্দৰ হাতত গুৰুজনলৈ বুলি পাঁচোটা জালি তিয়ঁহ পঠাই দিছে শ্ৰীৰাম আতাৰে সৈতে। তিয়ঁহ লৈ ঘুৰি অহাত গুৰুজনে শ্ৰীৰাম আতাক সুধিলে "সখিয়ে কি কৰা দেখিলা শ্ৰীৰাম।" শ্ৰীৰাম আতাই কৰপুতে ক'লে "বাপ, আতা যি খেলাত আছে কি কম? মুখে নাম, কৰ্ণে কথা, মনে জপ, চিত্তে পাদপদ্ম, হস্তে কৃত্য। আপোনাক হৃদয়ত লৈ ব্ৰহ্মমুহূৰ্ত্তৰ পৰা নিশা দুপৰ চাৰি শৰণ লৈ গুণ চৰিত্ৰ গাব লাগিছে। আতা আপোনাৰ চৰণতে আছে সৰ্বক্ষণে। তাত আতাৰ দেহহে, ইয়াত জীৱ।" গুৰুজন পৰম সন্তোষ হৈ ক'লে, 'শ্ৰীৰাম তোমাৰ গুণ আছে বুলিহে মোৰ সখিৰ গুণ বুজিব পাৰিলা! যাৰ নাই গুণ সি লোকৰ দুগুণ নহে দেখে।" গুৰুজনে তেতিয়া ঘোষা মাতিছে—

"অধমে কেৱলে দোষ
লৱয় মধ্যমে গুণ
দোষ লবে কৰিয়া বিচাৰ।
উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰিয়া বিস্তাৰ॥"

## সিধা ভোজনিৰ আৰ্হি :

ঠাকুৰ আতাই গুৰুজনৰ কাষলৈ আহোতে বাটতে শ্ৰীৰাম আতাৰ ঘৰ্হাতে জাপি, লাঠি থয়। শ্ৰীৰাম আতাই আদৰ অভ্যৰ্থনা কৰি পাৱ ধুৱাই মচি দি গুৱাপাণ কাটি আগবঢ়াই দিয়ে। তাৰ পাচত ঠাকুৰ আতাই ক্ষণিক বিশ্ৰামান্তে শ্ৰীৰাম আতাৰে সৈতে গুৰুজনাৰ তালৈ যায়। এবাৰ আহি ঠাকুৰ আতাই শ্ৰীৰাম আতাক ঘৰ্হাত মেপায় খবৰ কৰাত ক'লে বোলে ভিক্ষালৈ গ'ল। ঠাকুৰ আতাই শ্ৰীৰাম আতাই নিতে ভিক্ষা কৰিহে খায় বুলি জানি পিচদিনা এটোপোলা চাউল আতালৈ লৈ আহিল। বাটত ভকতে সোধে, বাপ, কালৈ বুলি চাউল আনিছে? বোলে মোৰ শ্ৰীৰামে ভিক্ষাকৈ খায়, তেওঁলৈকে বুলি চাউল কেইটামান লৈ আহিছো। তেওঁলোকে ক'লে যদি আপুনি চাউল আনিব লাগয়া হয় তেন্তে শ্ৰীৰামৰ চাউল কিটাৰ যোগাৰ দেখোন আমিয়েই কৰি দিব পাৰো। এইবুলি ভকতসকলে শ্ৰীৰাম আতাৰ মৰমতে নিতে চাউল, মাহ, কচু, কোমোৰা, আদা আদি আনি দিয়ে। শ্ৰীৰাম আতাৰ ঘৰ্হাত বস্তুবিলাক মলঙ্গি যায়। এদিন ঠাকুৰ আতাই চাই দেখে বহুবস্তু মলঙ্গি গেলিপচি নষ্ট হৈছে। ক'লে "শ্ৰীৰাম বস্তুবিলাকৰ এনে অনাদৰ কিয় কৰিছা?" বোলে বাপ, "মই পৰাখিনি খাইছো বাকী বিলাক মলঙ্গি গৈছে।" ঠাকুৰ আতাই বুদ্ধি দিলে যিখিনি বেছি হৈ আছে, ভকত মাতি বিলাই দিয়া। শ্ৰীৰাম আতাই সেইমতে চাউল, মাহ, আদা, গুৱাপাণ যি য'ত আছিল ভকতে প্ৰতি মলাচক ভৰাই বিলাই দিলে। কলে বেছি হলে আকৌ এনেকৈ ভকতক বিলাই দিবা। তাৰ পৰাই সিধা ভোজনি চাউলৰ আৰ্হি হ'ল।

# গাৰো গোবিন্দ আতৈ আৰু ভোটৰ জয়ানন্দ

এদিন গাৰো এজন আৰু ভোট এজন আহি মহাভক্তি ভাবেৰে মাধৱদেৱৰ ওচৰত শৰণ প্ৰাৰ্থনা কৰিলে। গাৰো আৰু ভোটজনক মাধৱদেৱে অলপ ভাবিলে তেওঁলোকে তেতিয়া এই ঘোষা কাঁকি মাতিলে—

"গাৰো ভোট যৱনে হৰিৰ নাম লয়।
হেনয় হৰিৰ নাম সজ্জনে নিন্দয়॥"

মাধৱদেৱে মহা তুষ্ট হৈ গাৰো ভোট দুজনক শৰণ দি নিজৰ ভকতৰ শাৰীলৈ আনিলে গাৰোজনৰ নাম দিলে গোবিন্দ আৰু ভোটজনৰ নাম দিলে জয়ানন্দ। দুয়োজনে ধৰ্মক ধৰি গুৰুজনৰ শুদ্ধসৰ সেৱক হ'ল।

গাৰো গোবিন্দ আতৈয়ে গুৰুজনক সম্বোধন কৰিলে সদাই 'তই' বুলি কয়। এবাৰ ভকতসকলে গোবিন্দ আতৈক ক'লে, গুৰুজনক তেনেকৈ 'তই' বুলি কব নেপায়। সম্ভ্ৰম কৰি 'তুমি' 'আপুনি' বুলি সম্বোধন কৰিব লাগে। গোবিন্দ আতৈয়ে ক'লে বাৰু হব তেন্তে। সেই আকৌ গুৰুজনৰ ওচৰলৈ ভাৰভেটি লৈ আহিল। গুৰুজনে সুধিলে "গোবিন্দ আকৌ আহিলা দেখোন?" গোবিন্দ আতৈয়ে ক'লে, "বাপ, এইবাৰ তোক 'তুমি' বুলিবলৈ আহিছো। তোৰ ভকত বিলাকে কৈছে তোক 'তুমি' 'আপুনিকৈ' মাতিব লাগে।" গুৰুজনে আনন্দত পুলকিত হৈ হাস্য কৰি ক'লে, "গোবিন্দ, তুমি মোক তই বুলি কলে যিমান সন্তোষ পাওঁ, আনে তুমি বুলিলেও সিমান নেপাওঁ।" গোবিন্দ আতৈয়ে আঠুলৈ গুৰুজনক সেৱা কৈ গ'ল।

মহাপুৰুষীয়া ভকতৰ শাৰীত গাৰোৰ গোবিন্দ আতৈ, মিৰিৰ পৰমানন্দ, নগাৰ নৰোত্তম, আহোমৰ নৰহৰি, ভোটৰ জয়ৰাম

(জয়ানন্দ), যবনৰ চান্দসাই আৰু উচ্চবো উচ্চ ভক্তপ্ৰৱৰ মহা পণ্ডিত ভট্টদেৱ, দামোদৰদেৱ, হৰিদেৱ, ৰামৰাম গুৰু, কণ্ঠভূষণ, কায়স্থৰ মাধৱ, ভবানন্দ ঠাকুৰ আতা আদি সকলোৱে সমানে ঠাই পাইছিল ।

'নবাচে ভকতি জাতি অজাতি ।'

## দক্ষিণৰ বৰ বিষ্ণু আতা

বৰবিষ্ণু আতাৰ আদি বাসস্থান বৰকবৈবাৰীত । কমতাৰ আঢ্যৱন্ত গৌৰাঙ্গ মণ্ডলৰ বংশ । আদি নাম কংসাৰি, পিচলৈ বিষ্ণুআতা ।




কংসাৰি বৰকবৈ বাৰীৰ পৰা আহি নদীৰ সিপাৰৰ ভূজসালাত কিছুদিন আছিলহি । তাৰপৰা আহি জাথলিত অতি দুখ কষ্ট কৰি প্ৰায় ১৩ বছৰকাল আছিলহি । তাৰ পৰা আহি মালচা পালেহি । মালচাৰ আঢ্যৱন্ত সোদৰ মাজীয়ে (চন্দ্ৰভূঞা) কংসাৰিক কাম বনদি খোৱাই বোৱাই ৰাখিলে । কংসাৰি থকাৰ পৰা সোদৰ মাজীৰ

চাৰিও পিনে নদন বদন অৱস্থা হৈ আছিল। কংসাৰিৰ বহি খাবৰ অকনো সময় নাই। কামত ভাল পাই সোদৰ মাজীয়ে কংসাৰিক যিমান দিন মন যায় সিমান দিন থাকিবলৈ ক'লে। মাজীৰ তিনি-কন্যা। দুই কন্যাৰ বিবাহ হৈ গৈছে। কংসাৰিক ভাল পাত্ৰ হেন ভাবি সোদৰ মাজীয়ে নিজৰ সৰু কন্যাক কংসাৰিলৈ বিবাহ দিয়ে। সোদৰ মাজীৰ ঘৰত থকা কলাতে কংসাৰিৰ প্ৰথম পুত্ৰ গোপালৰ জন্ম হয়। কিছুদিনৰ পাচত সুদক্ষ কংসাৰি নিজৰ পত্নী-পুত্ৰ সহ গুচৰতে এঠাইলৈ আহি ঘৰ বান্ধি নিজাকৈ খেতিখোলা কৰি থাকে। দিনৰ দিনটো ঘৰপথাৰত কাম কৰে, ৰাতি 'ভকতি প্ৰদীপ' পুথিৰ পদ গাই হৰিষ মনে থাকে। তেওঁৰ লগৰ আৰু তিনিজন লাপনিয়া, বাঙ্গন, আৰু আধলিয়া, চাৰিও মিলি খেতিখোলা কৰে। এবাৰ খেতিৰ কাৰণে মাটি ঠিক কৰি চাৰিও কঠিয়া বিচাৰি গৈ উত্তৰ পাৰে ঠাকুৰ আতাৰ ঘৰ গুলালগৈ। তেওঁলোক গৈ পাওতে ঠাকুৰ আতা ঘৰত নাছিল। ঠাকুৰ আতাই পত্নীক কৈ গৈছিল কোনো ভকত বৈষ্ণৱ অতিথি আহিলে যথাযোগ্য শুশ্ৰূষা কৰি ৰাতিৰ কাৰণে আলহি ঘৰতে আশ্ৰয় দিবলৈ বুলি। এওঁ-লোক কিজন ঠাকুৰ আতাৰ ঘৰতে ৰাতি থাকিবৰ কাৰণে আশ্ৰয় বিচাৰিলে। ৰাতি ঠাকুৰ আতা ঘৰলৈ উভতি আহি দেখে আলহি উঠিছেহি। পত্নীক কৰ পৰা আহিছে বুলি সোধাত কলে "আমাৰ পিনৰ নহয়, চিনি নেপাও, কোনোবাহে।" ৰাতি শুই থাকোতে ঠাকুৰ আতাই শুনিলে আলহিয়ে 'ভকতি প্ৰদীপ'ৰ পদ গাইছে। পুৱাই ঠাকুৰ আতাই আলহি বিজনৰ ওচৰলৈ আহি ক'ৰ পৰা আহিছে বুলি সোধাত তেওঁলোকে কলে দক্ষিণ কুলৰ মালচাৰ পৰা বৰ লুইত পাৰ হৈ আহিছে কঠিয়া বিচাৰি। ঠাকুৰ আতাই কলে "যদি কঠিয়া আনত নোপোৱা মোৰ পৰাই নিবা। পিচে কালি ৰাতি যে পদ গাইছিলা ক'ৰ? কোনে গাইছিল?" কংসাৰিয়ে কলে বোলে তেওঁৰেই ভকতি প্ৰদীপৰ পদ গায় দিন ৰাতি ঘুৰি-

সুধোতে। পদ পুথি খনি পাই আওবাই থৈছো আৰু তাকে বাত্তি ঈশ্বৰ মান্য কৰি গাও। সুধিলে পদ কোনে কৰা? বোলে নেজানো। ঠাকুৰ আতাই ক'লে বোলে "যি চাউল খাইছা তাৰ ধানকে নিচিনা দেখোন। জগত গুৰুয়ে এই পুথিখন ৰচনা কৰিলে। যি জনে সেয়া পদ কৰিছে সেইজন মহাপুৰুষ গুৰু স্বয়ং সুন্দৰীতে আছে। শঙ্কৰ মাধৱ দুয়ো একে নাৰায়ণ।" কংসাৰিয়ে বোলে ' তেন্তে মোক গুৰুজনৰ পাশলৈ নিব লাগে। মই তেওঁৰ অভয় পদত পৰি শৰণ লম।" "ঠাকুৰ আতাই 'ৰাক হব' বুলি শলাগিলে। আগেয়ে লগৰ কিজনৰ সৈতে কঠিয়া নি থৈ আহাগৈ।

সাতদিনৰ মুৰত কংসাৰি পুনৰ ঠাকুৰ আতাৰ ওচৰ পালেহি। ঠাকুৰ আতাই কংসাৰক ৰাতিটো ৰাখি পিচদিনা পুৱাই স্নান আহ্নিক কৰোৱাই সুন্দৰাৰ খীৰামড়লৰ বাৰীলৈ লৈ গ'ল। ওচৰ পাই কলে সেয়াই গুৰুজন। গছৰ গুৰিত আওঁজি 'কোটোৰা খেলোৱা' নাটৰ গীতসূত্ৰ কৰিছে। কংসাৰিয়ে দূৰৈৰ পৰাই দণ্ডৱত হৈ সেৰা জনাই গুৰুজনালৈ একঠিৰে চাইছে। দেখে চাই "মধুৰ মুৰ্ত্তি, ৰূপ কোটি সূৰ্য্যৰ, কোটি শশধৰ জ্যোতি প্ৰকাশিছে, নীল শ্যাম তনু, ছত্ৰাকৃত মাথ, আকুঞ্চিত কেশ, পদ্মদল আয়ত লোচন, ভ্ৰুযুগল মদনৰ চাপ, বন্দুলি অধৰ, দাড়িম্ব দশন, চাৰু চিবুক, সিংহ বন্ধ কন্ধ, শংখ প্ৰায় কণ্ঠ, বহল বক্ষস্থল, আজানু ভুজ, সৰ্ব অঙ্গ উজ্জলিত।" হেন চমৎকাৰ ৰূপ দেখি পুনৰ সেৰা কৰে অভয় পদত। গুৰুজনে সুধিলে "এওঁ কোন?" ঠাকুৰ আতাই ক'লে "মালচাৰৰ পৰা আহিছে। অভজন দেখি ঘৰতে দণ্ডৱত কৰাই আনিছো আপোনাৰ অভয় চৰণলৈ।" গুৰুজনে হাঁহি ক'লে "চটুৰা, মোৰ বস্তুকে ভেটুৱা? কল খাই বাকলি, সাহ নে বাহ হে আনিছা।" ঠাকুৰ আতাই অতি বিনম্ৰ হৈ ক'লে, "বাহো তোমাৰেই, সাহো তোমাৰেই।" কংসাৰিক ক'লে, "তুমি আহিছা হয় আমাৰ যি গুৰুধৰ্ম দেখিছা আৰু ধৰিব খুজিছা ই পিতৃ-মাতৃ এৰা বস্তু। ভাৰ্য্যা পুত্ৰই এই

ধৰ্ম নধৰিলে তেওঁলোকক এৰিব লাগিব। পাৰিবা? যদি তেওঁ-লোকও এই ধৰ্ম লয় তেন্তে কোনো কথাই নাই।" গুৰুজনে কংসাৰিৰ প্ৰতি সন্তুষ্ট হৈ ক'লে, "তোমাৰ নাম বিষ্ণু ৰাখিছো। তুমি গুৰুজনৰ ধৰ্ম ধৰি নিজ গৃহলৈ যোৱা, সকলোকে গুৰুজনৰ ধৰ্ম-বস্তু দিবা আৰু তাৰে পৰাই গুৰুধৰ্ম প্ৰচাৰ কৰিবা। তোমাৰ পৰা বহু জীৱ ধৰ্মধৰি তৰিব। মোৰ গুৰুধৰ্মও তোমাৰ পৰা বহুল প্ৰচাৰ পাব" বুলি আশীৰ্বাদ কৰি বিষ্ণু আতাক ঘৰলৈ পঠালে। যাবৰ সময়ত বিষ্ণু আতাই বোলে, "বাপ, আপোনাৰ অভয় পদৰ ছত্ৰছায়াৰ পৰা যাবৰ মন নেযায়।" তেতিয়া গুৰুজনে বচনাৱলী মাতি কৈছে—

"যিটো গৃহে মাধৱৰ ভকতি সাধয়।
এৰিবে নেলাগে তাক, থাকিবাৰ যোগ্য হয়॥"

বিষ্ণু আতা গুৰুবাক্য শিৰোধাৰ্য্য কৰি নিজ গৃহ মালচাৰলৈ গ'ল। গুৰুজনে নিৰ্দেশ দিলে—"তোমাৰ হাতত যি ভকতি প্ৰদীপ পুথি-খনি আছে, তাকে আগত থৈ নিয়ম কৰি গুৰুত শৰণ লগালা। তোমাক মোৰ গাৰ অংশ দি দাক্ষিণ কোণত গুজিছো, অনেক পোখা হ'ব।"

বিষ্ণু আতা নদী পাৰহৈ নিজ ঠাই মালচা পালেগৈ। বিষ্ণু আতাৰ পত্নী অতি বুদ্ধিমন্ত, শুদ্ধজীৱ। আগবাঢ়ি আহি পতিক সেৱা কৰি ক'লে "আমি চাৰি মা-পোক লৈ ভাৰত হাটে বণিজ কৰা, মুলে ছলে দিব পাৰিবা" বুলি ৰাতি লঘোন দি পুৱাই বিষ্ণু আতাক ক'লে গুৰুজনৰ তালৈ লৈ যাব লাগে। পিচে বাৰিষা ভৰ লুইত পাৰহৈ হাবি জঙ্গল ভাঙি যোৱাও কষ্টকৰ। তেতিয়া বিষ্ণু আতাই ক'লে বোলে মোক গুৰুজনে আজ্ঞা কৰি পঠাইছে তোমালোকক ধৰ্মবস্তু দি গুৰুজনৰ ধৰ্ম-প্ৰচাৰ কৰিবলৈ। তেতিয়া সকলোৱে গা-পা ধুই নিকা হৈ শুদ্ধ বস্ত্ৰ পিন্ধি গুৱাপাণ, মাহ চাউল আগত দি ভকতি

প্ৰদীপ থাপনা কৰি ধূপ দীপ দি মহাপুৰুষ গুৰু বোলাইছে। তাৰ পিচত বিষ্ণু আতাৰ আগৰ সঙ্গী লাপনীয়া ব্ৰাহ্মণ, আধলীয়া, তিনিও পুত্ৰ ভাৰ্য্যালৈ আহি গুৰুমান্য কৰি বিষ্ণু আতাক সেৱা কৰিলেহি। পিচদিনা তিনিও বিষ্ণু আতাক লগতকৈ পুনৰ আতাৰ গৃহ পালেহি। ঠাকুৰ আতাই চাৰিওকে লৈ গুৰু বোলালে। তেতিয়া তেওঁলোকে সুধিলে, 'বাপ, এতিয়া আমি ন-চাউল শাক ক'ত লগাম? এই বাৰিষা ভৰ লুইত পাৰহৈ পুত্ৰ ভাৰ্য্যা লৈয়েই বা ইয়ালৈ আহো কেনেকৈ?" তেতিয়া গুৰুজনে ক'লে "ন-চাউল শাক উপাধি বিষ্ণুক দিবা। আমিও তাকে পাম।"

মালচাত চাৰিৰে প্ৰীতি আহ্লাদ দেখি লোক আচৰিত। খাটো গোপাল, লাতিমা, হিৰাদলৈ, কমললোচন, হৰি, শিবানন্দ, গোপাল, নাৰায়ণ, ৰাম এই সকলে মহাপুৰুষক গুৰু বুলিছেহি। ক্ৰমে গোটেই দক্ষিণ অঞ্চলৰ লোকে আহি বিষ্ণু আতাত সেৱা জনাই গুৰু ধৰ্ম ললেহি। আতাই মহাপুৰুষ গুৰুক গুৰু মান্য কৰায়। লোকে ওত্বমুবুজি আতাকে গুৰু মান্য কৰে। এনে দেখি লপেনীয়া, ব্ৰাহ্মণ, আধলীয়া তিনিও আতাৰে সৈতে পুনৰ গুৰুজনৰ কাষ পালেগৈ। মাধৱদেৱক সেৱা জনাই ক'লে, বাপ, আমি আৰু দক্ষিণত কাম কৰিব নোৱাৰা হৈছো। আমি ভকতসকলক গুৰু দেখুৱাও আপোনাৰ সৈতে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক আৰু ভকতসকলে তোকে নেমানি আমাতে গুৰু নিশ্চয় কৰে। বাপ, গুৰুভাৰ আমি বলে নোৱাৰো।

কেইদিন মানৰ পাচত গুৰুজন ঠাকুৰ আতা আৰু বিষ্ণু আতাক লৈ মালচা ওলালগৈ। তাত সকলোৰে মিলি ঠাকুৰ আতাৰ তত্বাৱধানত 'নৃসিংহ যাত্ৰা' ভাওনা অভিনয় কৰালে। অভিনয় শেষ হোৱাত বিষ্ণু আতাই সমূহ ভকতক লৈ গুৰুজনৰ আগত আঠুলৈ সেৱা জনালে। মালচাৰ লোকে জানিলে আমাৰ আতাৰো গুৰু

এওঁয়ে। গতিকে গুৰুজনহে আমাৰ প্ৰকৃত গুৰু। দক্ষিণত বিষ্ণু আতাৰ তাত দহদিন থাকি বৰ বিষ্ণু আতাক থাপি মাধৱদেৱৰ পুৰুষে নানান জনক ধৰ্ম ভক্তি দি পুনৰ ঠাকুৰ আতা আৰু শ্ৰীৰাম আতা সহ সুন্দৰীদিয়া পালেহি।

বৰবিষ্ণু আতাই মাজে মাজে গুৰুজনৰ খা-খবৰ লবলৈ মালচাৰ পৰা সুন্দৰীলৈ অহাযোৱা কৰি থাকে। তেওঁৰ পুতেক যদুমনিয়েও এবাৰ আহি গুৰুজনক সেৱা কৰিলেহি। বৰ বিষ্ণু আতাই পুতেকক মাধৱদেৱৰ পাৰচৰ্য্যা কৰিবলৈ বুলি মাধৱদেৱৰ পাশতে সুন্দৰীত থৈ যায়।

## ভাটকুচিয়া আতা কেশৱ চৰণ ঃ

ভাটকুচিয়া আতা কেশৱচৰণৰ উপৰি পুৰুষৰ আদি বাসস্থান বণ্ডুকা। টেপাই কায়স্থ বা টেপুকাৰৰ পুতেক কেশৱচৰণ। ঘৰ উত্তৰ পাৰত ভাটকুচি গ্ৰামত। কেশৱচৰণ সৰুৰে পৰা ধৰ্ম প্ৰৱন আৰু শুদ্ধ চৰিত্ৰৰ আছিল। গৃহস্থী ধৰ্মত তেওঁৰ সৰুৰে পৰা অনাসক্তি। তেওঁৰ অনিচ্ছা স্বত্তেও পিতাক মাকে তেওঁৰ বিবাহ কৰায় দিয়ে কম বয়সতে। কিছুদিনৰ ভিতৰতে পিতৃ-মাতৃ আৰু ভাৰ্য্যা তিনিওৰে ক্ৰমান্বয়ে মৃত্যু হয়। কেশৱচৰণ এইবাৰ সম্পূৰ্ণৰূপে সংসাৰৰ প্ৰতি বিৰক্ত হয় আৰু স্নানদান কৰি শুদ্ধচিত্তে মাধৱদেৱৰ ওচৰলৈ যাবৰ মনস্থ কৰে। চণ্ডী বৰকটকী নামে এজন ভটীয়াই যাবলৈ বুলি ওলোৱা শুনি তেওঁ কটকীৰ লগ লাগিল আৰু তেওঁৰ নাৱঁতে উঠি দক্ষিণৰ বৰবিষ্ণু আতাৰ ওচৰ পায়গৈ। বৰবিষ্ণু আতাই তেওঁৰ অভিপ্ৰায় বুজিব পাৰি সোনকালেই কেশৱচৰণক মাধৱদেৱ পুৰুষৰ পাশলৈ লৈ গ'ল। সেইদিনা মহাপুৰুষ শঙ্কৰদেৱৰ তিথি। কীৰ্তন ঘৰতে গুৰুজন বহি আছে এনেতে বৰবিষ্ণু আতাৰে সৈতে কেৱশচৰণ মাধৱদেৱৰ পাশলৈ গৈ প্ৰনিপাত কৰি আঠুলৈ বহিল। মাধৱদেৱৰ বৰবিষ্ণু আতাক

এওঁকোন বুলি সুখিলত ববৰিঞ্চ, আতাই কেশৱচৰণৰ বিষয়ে বিবৰি ক'লে। মাধৱদেৱে কেশৱচৰনক হাতৈত থাকিবলৈ বন্দোবস্ত কৰাই দি শৰণ দিলে। কেশৱচৰণে মহাপুৰুষৰ ধৰ্ম ধৰি মহাবংমনেৰে গুৰুজনৰ সেৱা শুশ্ৰূষা কৰি থাকিবলৈ ধৰিলে। ভাটকুচি গ্ৰামৰ পৰা অহা কাৰণে মানুহে তেওঁৰ নাম নেকাঢ়ি মাত্ৰ ভাটকুচিয়া আতা বুলিবলৈ ধৰিলে। কেশৱচৰণ আতা ভাটকুচিয়া আতা বুলিয়েই বেচিভাবে জনাজাত হয়গৈ।

## ভৱানীপুৰীয়া গোপাল আতা :

আতাৰ উপৰিপুৰুষৰ আদি বাসস্থান কলিতাদেশ বুলিছিল। উপৰিপুৰুষৰ নাম হল --

কলী কলিতা
↓
কনা কলিতা
↓
বাসুদেৱ
↓
হৰিদেৱ
↓
শঙ্কৰদাস
↓
চন্দনগিৰি
↓
শঙ্কৰচন
↓
নৰদেৱ
↓
কামদেৱ
↓
গোপাল

গোপাল আতাৰ জন্মৰ আগেয়ে পিতৃ কামদেৱৰ মৃত্যু হয়। লগনীয়াৰ উৎপাতত আতাৰ মাতৃ ঘৰ এৰি পলাব লগিয়াত পৰিল। গৈ উজনী অসমৰ নাজিৰাহাট পালেগৈ। নাজিৰাহাটৰে ধন্যাদলৈৰ গৃহত আশ্ৰয়লৈ মাকে নাজিৰাহাটত পোহাৰ দি চলে। গড়গাওঁৰ ৰাজদ্বাৰত মুখত বহু দ্ৰব্যসম্ভাৰ লৈ গৈ পোহাৰ দি বহে। তেতিয়া গোপাল আতা গাত ন-মাহ। কেইদিন মানৰ পাচতে আতাৰ জন্ম হয় ১৪৬৩ শকৰ বহাগৰ শুক্লা সপ্তমী তিথিত বুধবাৰে দুপৰ নিশাত। তাৰ প্ৰায় তিনি মাহৰ পিচত স্বৰ্গনাৰায়ণ সিংহ স্বৰ্গদেউৰ (চুক্লেংমুং) ৰাজকুমাৰ জন্ম হয় যোৱা ৰজা চুখাংফাজয়ধ্বজ সিংহ। ৰাজকাৰেঙৰ পৰা ৰাজকুমাৰৰ কাৰণে ধাই বিচৰা হ'ল। চাউদাঙে আহি গোপাল আতাৰ মাকক ধৰিলেহি ৰাজদ্বাৰত পোহাৰ দি থাকোতেই। আই বৰ বৃহৎ লোক, লম্বা স্তন দেখি লৈ গ'ল ৰজাক দেখুৱাবলৈ বুলি। ৰজাই আইৰ সুন্দৰ স্বাস্থ্য দেখি সন্তোষ মনে ৰাজপুত্ৰৰ ধাই নিযুক্ত কৰিলে ৰজাৰ কোঁৱৰ আৰু আইৰ ল'ৰা (গোপাল) দুয়ো একে লগে ডাঙৰ দীঘল হ'বলৈ ধৰিলে। লগত লিগিৰা লিগিৰী সৈতে আতা ৰাজকোঁৱৰৰ লগত ওমলি ফুৰে। আতাক সমানে নিজৰ বুকুৰ গাখীৰ খুৱাই ডাঙৰ দীঘল কৰে। এইদৰে আতাৰ ৰাজকাৰেঙতে পাঁচ বছৰ হলহি। ৰজাই তেতিয়া গোপাল আতাৰ মাকক কামৰ পৰা একৰাই দিলে। আইয়ে পূৰ্ব্ববৎ ৰাজদুৱাৰত পোহাৰ দিয়ে। এই সময়তে শঙ্কৰমাধৱ দুয়োজনা গুৰুয়ে ৰাজদৰবাৰলৈ অহাৰ সময়ত ৰাজদুৱাৰত মাকৰ লগত বহি থকা সুশ্ৰী পাঁচবছৰীয়া গোপালক দেখি শঙ্কৰদেৱে মাধৱদেৱক ক'লে 'এই জীৱটি তোমাৰ ভাগ। কালত তোমাৰ কাষ চাপিবহি।' তাৰ কিছুদিনৰ পাচতে হাতীধৰা অপৰাধত পৰি শঙ্কৰদেৱ মাজুলী এৰি ভটিয়াই যায়। নাজিৰা হাটত আৰু দুবছৰ থকাৰ পিচত ৰাজ সৈন্যৰ উৎপাতত টিকিব নোৱাৰি আই শিশুপুত্ৰ সহ নাজিৰাহাটৰ পৰা গৈ জকাইচুক পালেগৈ। তাত হৰাই বৰাৰ ঘৰত দুখ কষ্টকৈ

ছুয়ো প্ৰায় ছমাহ কাল থাকে। তাৰ পৰা গৈ গহপুৰত হৰিমৰল ভাল্লিৰৰাৰ ঘৰত থাই বৈ কাম কৰি এবছৰ কটালে। তাৰ পৰা কষ্ট পাই অৰ্জ্জুনগুৰি হৈ ভটিয়াই চাৰিছুৱাৰ পালেগৈ। চাৰিছুৱাৰত ভোটৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি দৰঙেদি ভটিয়াই গৈ সুন্দৰী পালেগৈ আৰু তাতে হৈতঙ্গ তালুকদাৰৰ ঘৰত থাকেগৈ। তাত থাকোতেই এদিন এজন সন্ন্যাসীৰে লগলাগি গোপাল গৈ গুৰুজনৰ পাশ পালেগৈ। গুৰুজনে তেতিয়া আবেলি চ'ৰাত বহি 'ৰাজসূয়' নাট ৰচনা কৰিছে। আতাই গুৰুজনক সেৱা জনাই গ'ল। তাৰ কেইদিন মান পাচত আতা আৰু মাক ছুয়়ো সুন্দৰীৰ কাষতে কুমাৰ গাঁৱলৈ উঠি গৈ পেৰা কুমাৰৰ ঘৰত থাকি অন্নবস্ত্ৰৰ সংস্থান কৰিবলৈ লয়। আতা এতিয়া ডেকা ল'ৰা।

গুৰুজনে সুন্দৰীৰ পৰা আঠ দহোদিনে শ্ৰীৰাম আতাক পঠাই বাউসীৰ আই গোসাঁনীৰ বাৰ্ত্তা লৈ থাকে। এবাৰ চ'ত মাহৰ খৰত আই গোসাঁনীয়ে শ্ৰীৰাম আতাৰ হতুৱাই মাধৱদেৱলৈ বাৰ্ত্তা পঠিয়ালে যে পানীৰ অলপ কষ্ট হৈছে, যদি ভালকৈ পাটকুঁৱা এটি কৰাই দিব পাৰে ভাল হয়। গুৰুজনে বাৰ্ত্তা পাই ততালিকে কলিয়াদলৈৰ ঘৰত গৈ পাটকুঁৱা এটা কৰোৱাৰ কথা কলে। দলৈয়ে আথেবেথে গুৰুজনাক গুৱাপাণ শৰাই আগবঢ়াই দিছে। গোপাল আতাক মতাই অনোৱা হ'ল। গুৰুজনে গোপালক কলে, "গোপাল তোমাৰ সেইদিনা সন্ন্যাসী জনেৰে সৈতে মোৰ তালৈ যোৱাৰ পৰা তোমাৰ কথা মোৰ মনত আছে। পিছে এটা কাম কৰিব লাগে। বাউসীত আই গোসাঁনী জগত মাতৃ আছে। তেওঁৰ খোৱা পানীৰ কষ্ট হৈছে, গতিকে খোৱা পানীৰ ব্যৱস্থা কৰি পাটকুঁৱা এটা কৰোৱাই দিব লাগে অতি সোনকালে।" গোপালে ক'লে যে তেওঁ সকলো বন্দোবস্ত কৰি পিচদিনাই পাটকুঁৱা বহুৱাৰ কাৰণে মানুহ লৈ যাব। খালি কাম কৰা মানুহৰ কাৰণে দৈ, চিৰা, গামোচা আৰু কেইখনমান কোৰৰ

বন্দোবস্ত কৰিব লাগে। পিচদিনা গোপাল আতাই লগত আৰু ছয়জন মানুহ লৈ দিনটোৰ ভিতৰতে পাটকুঁৰাটো বহুৱাই দি চিৰা, দুগ্ধ, ফলাহাৰ কৰি প্ৰত্যেকে গামোচা লৈ আই মাতৃক সেৱা জনাই আহিছে গুৰুজনৰে সৈতে। তাৰ পিচ দিনা গোপাল আতা আহি গুৰুজনক সেৱাকৈ চাউল, মাহ, গুৱাপাণ দ্ৰব্য বস্তুলৈ গুৰুধৰ্ম ধৰিছেহি আৰু গুৰুজনৰ পাশতে হাটীতে থাকিবলৈ লয় গুৰুসেৱা, গুৰু পৰিচৰ্য্যা কৰি। গোপালৰ কৰ্তব্য নিষ্ঠা আৰু গুৰুসেৱাত সন্তুষ্ট হৈ মাধৱদেৱে গোপালক আৰ্শীবাদ কৰি ক'লে "তুমি ইয়াতে থাকি বস্তু ধৰি ভক্তিধৰ্ম প্ৰকাশ কৰিবা। তোমাৰ ভক্তিধৰ্ম শ্ৰীযশে চন্দ্ৰ সূৰ্য্য প্ৰকাশ পোৱাদি প্ৰকাশ পাব আৰু নদী বোৱাদি তোমাৰ যশ জগত জুৰি ব'ব।

গোপাল আতাৰ মাক বজ্ৰাঙ্গি আয়ে এদিন গুৰুজনক অসূয়াকৈ বোলে "আপুনি গুৰুমহন্ত লোক বুলি সকলোৱে জানে। মোৰ একেটি ল'ৰা তাক আনি উলমুলাই ভকত কৰোৱাই আপোনাৰ লগত ৰাখিছেহি। মই নানা দুখ কষ্টেৰে তালি তুলি ডাঙৰ দীঘল কৰিলো, এতিয়া ডেকা উপযুক্ত হৈ সি আপোনাৰ হাটীত আহি ভকত হ'লহি। মোক কোনে চাব ?" গোপাল আতাই মাকৰ মুখত গুৰু নিন্দা শুনি মনত বৰ দুখ কৰে। গৈ গুৰুজনৰ পাৱত ধৰি কলে "আয়ে আপোনাক গালি পাৰি অসূয়া নিন্দা কৰিলে, মই একো ক'ব নোৱাৰিলো, মোক উপায় দিব লাগে।" গুৰুজনে হাঁহি সমিধান দিলে—"তুমি ঘৰতগৈ কেইদিনমান থাকাগৈ। যদি ভাল নেলাগে মাৰাক কবা সন্ন্যাসী হৈ পশ্চিমলৈ গুচি যাম বুলি।" বজ্ৰাঙ্গি আয়ে আহি ল'ৰা সন্ন্যাসী হৈ ওলাই যাব বুলি ভাবি দুশ্চিন্তা কৰি গুৰুজনক সেৱা জনাই ক'লেহি "বাপ, ল'ৰাটি বৈৰাগী হৈ গুচি যাববোলে গঙ্গা জগন্নাথলৈ। তাক ৰাখিব লাগে। ইয়াত থাকিলে আন নহলেও চকুৰ আগত থাকিব। সদায় দেখি থাকিম।" গুৰুজনে

ক'লে "বুঢ়ী, মোক কিয় এনেয়ে অসূয়াকৈ গালি পাৰা? তোমাৰ ল'ৰা তোমাৰ কথা। তুমি নিজে তোমাৰ ল'ৰা তোমাৰ লগত ৰাখিব নোৱাৰিলে মই কি কৰিব পাৰো?" বজ্ৰাঙ্গি আয়ে গুৰুজনক সেৱাকৈ কাকুতি কৰিলে "আৰু মই বেয়া নেপাও বাপ, মোক ক্ষমা কৰিব। গোপাল আজিৰ পৰা ইয়াতে আপোনাৰ চৰণত থাকিব।" বজ্ৰাঙ্গি আই নিজেও গুৰুজনৰ মহাভক্ত হৈ উঠিল।

এদিন গুৰুজনে গোপালক সুধিলে "গোপাল তুমি মোৰ লগত থাকা সদায়। কেতিয়াওতো তোমাক মই কোনো কথা সোধা নেদেখিলো।" গোপালে নম্ৰভাবে ক'লে "বাপ, আমি মূঢ় লোক। সাগৰৰ পাৰত থাকি যদি কোনোবাই কয় সাগৰক জোঁৱাৰ উঠিবলৈ সাগৰ জানো লোকৰ ইচ্ছামতে জোঁৱাৰ উঠানমা কৰিব? সমুদ্ৰৰ নিজ ইচ্ছা ক্ৰমেহে জোঁৱাৰ উঠিব।" গুৰুজনে সন্তোষ লভি কলে, "অ, তুমি আমাক সাগৰ পাতিলা আৰু তুমি নিজে মাত্ৰ সাগৰৰ তীৰ নিবাসী। তেতিয়া গুৰুজনে দশমৰ পৰা দৃষ্টান্ত দিছে—

"মোকে সে একান্ত চিত্ত যাৰ
তাৰ নকাৰে কামে অনৰ্থ।
নিশ্চয়ে জানিবা যেন ভজা ধান
গজিবে নাহি সামৰ্থ॥"

কিছুদিনৰ পিছত গুৰুজনৰ আজ্ঞা অনুসৰি গোপাল আতাই ভবানীপুৰ গাঁৱৰ হাটৰ কাষতে অকণমানিমান মাটি কিনি লৈ হাউৰা কায়স্থৰ কন্যা এটি বিবাহ কৰি বসবাস কৰেগৈ। সেয়ে গোপাল আতা ভবানীপুৰীয়া গোপাল আতা নামে জনাজাত।

মাধৱদেৱৰ আত্মসম প্ৰিয় গোপাল আতাই 'জন্ম যাত্ৰা' 'নন্দোৎসব' 'উদ্ধৱ যাত্ৰা' আদি নাট আৰু কিছু গীত ৰচনা

কৰে। কামৰূপৰ ভৱানীপুৰ, অসমৰ কালজাৰ আদি ঠাইত সত্ৰ স্থাপন কৰি গুৰুধৰ্ম প্ৰৱৰ্ত্তাই ১৫৩৩ শকৰ বহাগৰ শুক্লাষষ্ঠীত ভৱানীপুৰীয়া গোপালদেৱ আতা বৈকুণ্ঠী হয় ৭০ বছৰীয়া লীলা সমাপন কৰি।

## হৰিকৃষ্ণ আতৈ ঃ

বিজয়পুৰত পাঁচ ভাতৃ আছিল। কেঁহো, হৰি, কৃষ্ণ, বিষ্ণু, যদুমনি। মাধৱদেৱ পুৰুষে মৰমতে এওঁলোক পাঁচভাইক "পাঁচ-'পাণ্ডৱ' বুলিছিল। এওঁলোকৰ পিতৃৰ নাম কৃষ্ণমল কাজি। এবাৰ হৰিকৃষ্ণ দুয়ো গদাধৰেৰে ওলাই লুইতেৰে উজাই আহি মাধৱদেৱক বিচাৰি বৰপেটাৰ দামোদৰদেৱৰ সত্ৰ বৈকুণ্ঠপুৰ ওলালহি। দামোদৰদেৱে দুয়ো ভাইক নি আদৰ যত্নেৰে ভকত কৰাই আৰু ক'লে যে গুৰুজনাই তেওঁতে ধৰ্ম থৈ গৈছে পিছে হৰিকৃষ্ণই ভু লৈ জানিলে দামোদৰদেৱ ব্ৰাহ্মণহে আৰু শ্ৰীশঙ্কৰ গুৰুৱে শূদ্ৰতহে ধৰ্ম থাপি থৈ গৈছে। খবৰ কৰি জানিলে মাধৱদেৱ খীৰা মৰলৰ বাৰীতে সত্ৰ সবাহ কৰি বহিছে । দুয়ো মাধৱদেৱৰ পাশলৈ বুলি গৈ শ্ৰীৰাম আতাৰ ওচৰ চাপিলহি। শ্ৰীৰাম আতাই দুয়োকে নি মাধৱদেৱৰ পাশ পালেগৈ। গুৰুজনে তেতিয়া 'চোৰধৰা নাট'ৰ গীত সূত্ৰ ৰচনা কৰি আছে। দুয়ো দণ্ডৱতে পৰি মাধৱদেৱক সেৱা জনালে। কলে, বেহাৰৰ পৰা তেৰদিনে আহি গুৰুজনৰ পাশ চাপিছেহি। এতিয়া কৃপা কৰি যদি গুৰুজনে তেওঁলোকক নিজ ভক্ত বুলি গ্ৰহণ কৰে। গুৰুৰ আজ্ঞাক্ৰমে পিচদিনা দুয়ো শুচি সংযমন হৈ গুৰুজনত শৰণ ললেহি। যাবৰ দিনা একাদশ শাস্ত্ৰখনি দি কলে যদি কোনো তোমালোকৰ ওচৰলৈ ধৰ্ম ধৰিবলৈ আহে একাদশ শাস্ত্ৰখনি আগত থাপি আমি যেনেকৈ তোমালোকক গুৰুবাক্য মাতি শুনাইছে তেনেকৈ কৰিবা।

**যদুমনি ঃ**

গুৰুজনৰ কথা শুনি হৰিকৃষ্ণৰ সক ভায়েক যদুমনি গুৰুজনৰ পাশলৈ আহে। গুৰুজনক সেৱা জনাই বহিছে। তেতিয়া গুৰুজনে 'ৰাস ঝুমুৰা' নাটৰ গীত সূত্ৰ ৰচনা কৰিছে। বোলে ক'ৰপৰা আহিছা? যদুমনিয়ে ক'লে তেওঁ বিজয়পুৰৰ হৰিকৃষ্ণৰ সক ভায়েক। গুৰুজনে যদুমনিক সত্ৰ উপদেশ দি ভকত কৰাই ললে। শ্ৰীৰাম আতাই যদুমনিক গুৰুজনৰ পৰিচৰ্য্যাৰ কাৰণে কাম বতাই দিলে। তেতিয়াৰপৰা যদুমনিয়ে গুৰুপৰিচৰ্য্যাৰ ভাৰ লয়।

বিজয়পুৰত হৰিকৃষ্ণ দুয়ো এক'দশ থাপনা কৰি নাম গায়। আহি, জাত, পাত, ভু লেপায়। দুয়োজনা আহি পুনৰ গুৰুজনৰ জনৰ পাশ পালেহি। গুৰুজনে তেতিয়া 'প্ৰথম কাণ্ড ৰামায়ণ' কৰিছে। গুৰুজনাক সেৱা জনাই প্ৰাৰ্থনা কৰিলে পাঠক এজন লাগে বুলি। গুৰুজনে তেতিয়া কমল পাঠকক বিজয়পুৰলৈ বুলি হৰিকৃষ্ণৰ লগত পঠাই দিলে নাম ধৰ্ম প্ৰচাৰৰ কাৰণে। গুৰুজনে হৰিকৃষ্ণৰ ভক্তিত আনন্দ পাই সেইবেলা ঘোষা কৰিছে--

"হিয়াৰ মাঝে নামৰ ভাণ্ডাৰ মুখেৰাজ হয়
পাপ বিপক্ষক সংহৰি নামে খলখলি হাবে
আপোন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চড়ে
হৰিগুণ নাম ভাবিয়া পুৰুষে ৰহয় হৰিৰ পাশে।

**উদাৰ গোবিন্দ আতৈ ঃ**

উদাৰ গোবিন্দ আতৈৰ ঘৰ চুমাৰত। শ্ৰীশঙ্কৰদেৱৰ দিনতে গৃহবাৰী এৰি হাটীত ভকত হৈ থাকেহি হাৰ গুণ নাই। শৌচ শুদ্ধিলৈ যাওঁতেও আতাই জিভাত ধৰি থাকে। ভকতে দেখি গুৰুজনক জনালে। উদাৰ গোবিন্দ আতৈক মাতি সোধাত ক'লে "বাপ, ফুৰা গাত নাম আছি থাকে কাৰণে জিভাত ধৰি

থাকোঁ। নাম অশুচি হয় বুলি।" "তেহে গুৰুজনে ঘোষা মাতি বুজাইছে—

"হৰি নাম কীৰ্ত্তনৰ নাহি কাল দেশ পাত্ৰ
নিয়ম সংযম একো বিধি
হৰিত শৰণ লৈয়া কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি।"

"আন বিঘিনি চুৱা নামেহে শুদ্ধ কৰে। মহা কদৰ্য্যকো পবিত্ৰ কৰে। নামক কোনে চুৱা কৰিব পাৰে ? শৌচৰ সময়তো যদি মুখেদি ৰাম নাম আহে নিজে নিজে আহিবলৈ দিবা আৰু জিভাত ধৰি থাকিব নালাগে।"

উদাৰ গোবিন্দ আতৈৰ ঘৰত বৃহৎপৰিয়াল। পত্নী পুত্ৰ, বোৱাৰী, নাতি, নাতিনী, বেটীৰে ভৰপূৰ। এইসকলোৰে মায়াজাল এৰি গোবিন্দ আতৈ মহাপুৰুষ গুৰুজনৰ দিনতে হাটী বহাত থাকি গুৰুসেৱা কৰে। শ্ৰীশঙ্কৰদেৱ বৈকুণ্ঠগামী হোৱাৰ পিচত এতিয়া মাধৱদেৱ মহাপুৰুষৰ লগত থাকি গুৰুসেৱা কৰে। ঘৰৰ পৰা পুতেক নাতিয়েক হতে পাল পাতি আঠ দহদিনে আতৈক চাউল, মাহ, মাছ, খৰি, গাখীৰ, লোন, তেল, বস্ত্ৰ দি সুধি থাকে। এদিন আতৈৰ জ্বৰ হ'ল। গা গোটেই বিষত অস্থিৰ। খবৰ পাই নাতিনীয়েকক লগত লৈ আতৈৰ পত্নী আহি ওলালহি। অলপ হাত ভৰি পিটিকি পৰিচৰ্য্যা কৰি গ'ল। পিচদিনা গোবিন্দ আতৈয়ে শৰাইত গুৱাপাণ লৈ গুৰুজনক সেৱা জনাই কলে "এবাৰ ঘৰৰ পৰা ঘূৰি আহিবলৈ বুলি অনুমতি দিব লাগে।" গুৰুজনে কলে "নগলে ভাল আছিল। তথাপিও যাব খুজিছা যদি যোৱা, গৈ আহাগৈ। তুমি গুৰুজনাৰ দিনৰে পৰা হাটীত বহি হৰি কথা নাম চৰ্চা কৰিছা এতিয়া পুনৰ মোহমায়াৰ জাললৈ নিজে সোমাব খুজিছা কিয় ?" তথাপিও গোবিন্দ আতৈক অনুমতি দি কলে—

"নামে পৰম ধন, চিন্তহু মনে ভাই।" আৰু ঘোষা মাতিলে—

"বিষয় সম্বন্ধ সুখ সমস্ত যোনিতে পায়
হৰি সেৱা একো থানে নাই
হৰিৰ সেৱাৰ যোগ্য, কেৱলে মনুষ্য তনু
জানি ফুৰা হৰি নাম গায়।"

গোবিন্দ আতৈক গুৰুজনে লগত দুটা ম'ৰা পাখীৰ চকা দিলে। ঘোলে "এবাৰ খাওঁতে চাবা ইয়াতে ঘৰৰ বেৰৰ জোলঙাৰে আৰু এবাৰ কীৰ্ত্তন ঘৰত নাম গায় থাকোঁতে চাবা" বুলি বিদায় কৰিলে।

ঘৰত সকলোৱে আতৈক পাই পৰম আনন্দ লভিলে। গধূলি ভোজনৰ সময়ত আতৈয়ে পত্নীক ক'লে আগেয়ে ল'ৰা, ছোৱালী নাতিহঁতক দিয়া পিচত আমি খ'ম। আতৈৰ পৰিবাৰে সেই অনুক্ৰমে ল'ৰা ছোৱালা নাতি-নাতিনীহঁতক ভাত বাঢ়ি দিছে। আতৈয়ে গুৰুৰ কথা মনত পৰি ম'ৰা পাখী এটাৰে ঘৰৰ জোলো-ঙাৰে চাই দেখিলে কি অদ্ভুত কাণ্ড! আতৈৰ পত্নীয়ে শূকৰ ৰূপলৈ হোকাহোকে গাহৰী পোৱালীবিলাকৰ লগত লোকলোকাই খাব লাগিছে। আতৈৰ গাৰ নোম সিঞৰি গ'ল। আৰু ইয়াত নেথাকো বুলি কান্দি কান্দি ঘৰৰ পৰা ওলাই আহিল। ল'ৰা-ছোৱালী, পত্নী সকলোৱে আতৈৰ অদ্ভুত ব্যৱহাৰ দেখি আতৈৰ পিচে পিচে আহিল। বাটত আতৈয়ে জেং পেলাই গুৰুজনৰ শপথ দি ক'লে মোক বিচাৰি নাহিবি তহঁতে। মই গুৰুজনৰ তালৈ যাওঁ। গৈ পাইছে গুৰুজনৰ স্থান। ঘোষাৰ পিচত কীৰ্ত্তন দিছে—

"কৃষ্ণ, নমো ৰাম নিৰঞ্জন হৰি।"

আতৈয়ে মৰাৰ চকা দি চাই দেখে মণ্ডলাকাৰে কৃষ্ণ বলোভদ্ৰ চতুৰ্ভুজ হৈ গোপ বালক সকলৰ লগত ভোজন বেহাৰ খেলাইছে। গৈ গুৰুজনক দণ্ডৱতে পৰি কান্দি কান্দি ক'লে সকলো কথা। লগৰ আতৈ ভকতসকলে শুনি হৰি হৰি স্মৰি আশ্চৰ্য্য হ'ল।

গুৰুজনে ক'লে "গোবিন্দ ভালেই হ'ল। নিজেই বুজিলা নামে পৰম ধন। মোৰ গুৰু শ্ৰীশঙ্কৰদেৱৰ দিনৰে পৰা হৰিকথা ধৰি আহি আকৌ শঙ্কা জন্মি নিজে নিজে হৰিকথা মাহাত্ম্য বুজিলা।" গোবিন্দ আতৈ পুনৰ হাটী বহাত থাকি আন আন ভক্ত সেৱক-সকলৰ মাজে হৰিগুণ গাই প্ৰবৰ্ত্তি থাকিবলৈ ললে। মাধৱদেৱেও পৰম সন্তোষ লভিলে।

## ঘাগৰী মাজী :

মাধৱদেৱৰ তাৰৈয়েক ঘাগৰী মাজী উজনীৰপৰা মাধৱদেৱক বিচাৰি ভটিয়াই আহি মাধৱদেৱক নেপাই মাগুৰীত কিছুদিন আছিলহি। মাধৱদেৱে ভূ-পাই মাজীক মতাই পঠ'লত মাজী আনন্দিত হৈ লৰালৰিকৈ মাধৱদেৱৰ পাশত আহি উপস্থিত হ'লহি। ঘাগৰী মাজীয়ে ক'লে ঘাগৰত নানান উপদ্ৰৱ হোৱা দেখি তেওঁ ভটিয়াই আহিল আৰু মাধৱদেৱক বিচাৰি উলিয়াব নোৱাৰি কিছুদিন হ'লহি মাগুৰীতে আছেহি। মাধৱদেৱে ঘাগৰী মাজীক আদৰ সাদৰ কৈ কিছুদিন ৰাখি ধৰ্ম ধৰাই শৰণ ভজন দি মাগুৰীলৈ পঠাই দিলে। কিন্তু মাগুৰীত কেইদিনমান থাকি ঘাগৰী মাজী পুনৰ মাধৱদেৱৰ পাশ পালেহি। সোধাত ক'লে বোলে মই উজনীৰ মানুহ মোৰ কোনো চিন-চিনাকি নাই। গতিকে মাগুৰীৰ মানুহে মোক ঘিনায় আৰু অকলশৰীয়া কৰি ৰাখে। মাজীৰ কথা শুনি গুৰুজনে ক'লে, "তুমি যোৱা, আমি অলপতে তোমাৰ ওচৰলৈ যাম।" কেইদিন মানৰ পাচত মাধৱদেৱ ভক্তসহ গৈ ঘাগৰী মাজীৰ ঘৰত উপস্থিত হ'ল গৈ। মাজীয়ে মাধদেৱক পাই পৰম আনন্দত আপ্যায়িত হৈ ভক্তি ভাৱে নিজৰ ঘৰলৈ আগবঢ়াই নিলে। মাগুৰীৰ লোকে গুৰুজনক তাত দেখি অতি আচৰিত হ'ল। মাধৱদেৱেও ভক্তসহ মাজীৰ ঘৰত আনন্দেৰে ভোজন কৰি পিচদিনা মাগুৰীৰ লোকক

মতাই নি তেওঁলোকক মাজীৰ বিষয়ে আদ্যোপান্ত বিবৰি ক'লে। মাণ্ডৰীৰ মানুহেও গুৰুজনে মাজীক স্নেহ আদৰ কৰা দেখি মাজীক নিজৰ লোক বুলি ভাবি তেওঁক তেওঁলোকৰ সমাজলৈ সমাদৰে সামৰি ললে। কেইবাদিনো গুৰুজন ঘাগৰী মাজীৰ ঘৰত নাম কীৰ্ত্তন কৰি হৰি কথা কৈ সুন্দৰীলৈ উলটি আহিল।

## হৰিহৰ আতা :

মাধৱদেৱ পুৰুষৰ 'হৃদয়ৰ বস্তু'' হৰিহৰ আতা মাধৱদেৱ পুৰুষৰ কাষ চাপেহি কামৰূপতে-সুন্দৰীত।

হৰিহৰ আতাৰ পৰিয়াল দৈবজ্ঞ কুলীয়া। ম'ৰা দলৈৰ ঘৰ বোলে। থকা ঠাই আছিল মুঢ়াভগা ফুকন ঘাটত। এওঁলোক পূৰ্বে বাৰভূঞাৰ সভাপণ্ডিত আছিল। এই পৰিয়ালৰ আদি পুৰুষ—




বাৰভূঞাৰ ৰাজত্বৰ সামৰণি পৰাত আহোম স্বৰ্গদেৱৰ চ'ৰাতে ম'ৰাদলৈৰ ঘৰৰ মানুহ দৈবজ্ঞ সভাপণ্ডিত হয়গৈ। তাৰ ভিতৰত হৰিহৰৰ ককায়েক হৰিবৰ দলৈ সভাপণ্ডিত জ্যোতিষ গণনাত বৰ

বিচক্ষণ আছিল। মহাদশা, নির্য্যান দশা গনি মৰাজীয়া সকলো কথা কব পাৰিছিল। হৰিহৰৰ সিদ্ধান্ত সদায় নিভুৰ্ল। তাৰ উপৰিও হৰিহৰে শব্দ শুনি তাৰ উমানে কাঁড় মাৰি লক্ষ্যভেদ কৰিব পাৰিছিল। খোৰা ৰজা স্বৰ্গদেৱে "হৰিহৰ দলৈৰ জ্যোতিষ গণনাৰ প্ৰমাণ পাই বৰঘৰৰ টুপলৈ নি ক'লে, হৰিহৰ তই সকলো কব পাৰ বুলি শুনিছো, 'মই লুকাও তই মনেৰে চাই মোক ধৰ।' হৰিহৰে ক'লে "স্বৰ্গদেউ, মই কি কম, কিন্তু ইয়াৰে পৰা মোৰ শৰীৰ পাত হবগৈ।" স্বৰ্গদেউ য'তে লুকাই হৰিহৰে মনেৰে চাই কৈ দিয়ে। স্বৰ্গদেৱে ভাবিলে ইয়াৰ আগত সাৰিবৰ উপায় নাই। শত্ৰু পক্ষৰ হাতত ই মোক ধৰা পেলাব। ৰজাই চাউদাঙক হুকুম দিলে হৰিহৰক গড়ত থৈ কাটিব লাগে। যেনে আজ্ঞা তেনে কাম। তদন্ত হৰিহৰে ভায়েক হৰচৰণক লগত লৈ নিশাই ৰাজধানী এৰি পলাল। অসমদেশ ছমাহে ঘূৰি বৈৰাগী হৈ কামৰূপত মাধৱদেৱ গুৰু আছে বুলি শুনি তালৈকে মন মেলিলে। তেতিয়া কামৰূপত ৰাজ কৰিছিল ৰঘুৰাজাৰ পুতেক পৰীক্ষিত নাৰায়ণে। তাৰ পশ্চিমত ৰাজত্ব কৰিছিল মহাৰাজ নৰনাৰায়ণৰ পুতেক লক্ষ্মী নাৰায়ণে। হৰিহৰ আতাই ঘুৰি ফুৰি গৈ মাধৱদেৱ পুৰুষৰ অভয় চৰণত শৰণ ললেগৈ সুন্দৰীত গৈ। হৰিহৰক পাই মাধৱদেৱ পুৰুষে অশেষ আনন্দ লাভ কৰে। শ্ৰীৰামক মাতি আনি গুৰুজনে ক'লে—"এওঁক স্নান কৰি আহিবলৈ কোৱা আৰু লগতে তেওঁৰ দৰ কৰ চাবা।" শ্ৰীৰাম আতাই দেখিলে হাত ভৰি ধোওতেই হৰিহৰৰ চাৰি দণ্ড হ'ল। আহি গুৰুজনক ক'লে বোলে বৰ বিচক্ষণ লোক, বৰ সদাচাৰী আৰু কানি কথা সবে খুঁতিতে উটালে। হৰিহৰ আহি পালত মহাপুৰুষত গুৰুবোলালে। তাৰ পাচত দুগ্ধচিৰা ভোজন কৰাই গোপাল আতাৰ বহাতে ঠাই দিলে। গুৰুজনে ক'লে "শ্ৰীৰাম, আমাৰ ইয়াৰ পৰাই ভোজনৰ সম্ভাৰ দি থাকিবা আৰু বৰ দয়া কৰিবা। কই সাৰ দিবা, অলপতে ভুঞ্জিবলৈ হব। অৰ্জ্জা ফল সজ।" গুৰুৰ বাক্য

শিৰোধাৰ্য্য কৰি শ্ৰীৰাম আতাই হৰিহৰ আতাক পৰম শ্ৰদ্ধাৰে সোধপোছ কৰে। গুৰুজনে নিতৌ নাৰায়ণ আতা, ঠাকুৰ আতা সহ ভক্ত বৃন্দ পৰিবৃত্ত হৈ নামকীৰ্তন কৰে, পৰমাৰ্থ চৰ্চা কৰে। গুৰুজনৰ কথাত অমৃত বৰষে। ভক্তসকলে কৰ্ণভৰি শুনে। ভক্তসকলৰ ভিতৰত হৰিহৰ আতা এজন প্ৰধান সেৱক হৈ পৰিল।

মাধৱদেৱ পুৰুষৰ ভক্তবৃন্দৰ লগত থাকি হৰিহৰ আতাই কৰ্ণভৰি ভক্তিৰস পাণ কৰে। সদায় গুৰুজনৰ লগে লগে থাকে। মাধৱদেৱ সুন্দৰীৰ পৰা গৈ বেহাৰ মধুপুৰ সত্ৰত থকা কালত গৈ হৰিহৰ আতাও ওাতে ভকতৰ হাটীতে বহা কৰি আছিল।

হৰিহৰ আতাৰ চৰিত্ৰৰ এটা বিশেষ লক্ষণ আছিল। তেওঁৰ বিশ্বাস মানুহৰ কাম-কাজ ব্যৱহাৰ আৰু মাত কথা সদাচাৰ আৰু সত্যৰ পৰা কোনো কাৰণেই তিল মাত্ৰাও উনৈশ বিশ হব নালাগে। লাপিলুপা ধৰণৰ ব্যভিচাৰ ব্যতিক্ৰম সংঘটিলে হয়তো সাধাৰণে ক্ষমা কৰিব বা আওকাণ কৰিব। কিন্তু হৰিহৰ আতাই কেতিয়াও কাৰো কোনো দোষ অনাচাৰ সমৰ্থন নকৰে। তাৰ প্ৰতিবাদ স্বৰূপে যি অনাচাৰী তাৰ সঙ্গ পৰিত্যাগ কৰি আন ঠাইলৈ গুছি গৈছিল। তেওঁ কিছুদিন এঠাইত থাকে, ভক্তিমন্ত বাইজে গুৰু-বোধে সেৱা শুশ্ৰূষা কৰে। তাত কিবা কথাত দোষ পালে সেই ঠাই এৰি আনঠাইলৈ গুচি যায়। পাচলৈ আকৌ কিবা অপৰাধত সেই ঠাই এৰিও পুনৰ আন ঠাইলৈ যায়। এইদৰে হৰিহৰ আতাই প্ৰায় কুৰি ডোখৰ ঠাই সলোৱাৰ কথা চৰিত পুথিত পোৱা যায়।

হৰিহৰ আতাই মাধৱদেৱ পুৰুষৰ থান এৰি যাবলৈকো তিলমাত্ৰ কুণ্ঠা নাৰাখিলে। মধুপুৰ থানৰ পৰা গুৰুজনৰ সঙ্গ এৰি যাব লগিয়াৰ কাৰণ হ'ল কীৰ্ত্তন ঘৰত পাঠকে পুথি পঢ়ে। অলপ অশুদ্ধ হলেই হৰিহৰ আতাই দোষ ধৰে। মাত লগায়। পাঠকে অসন্তুষ্টি বোধকৰে। এবাৰ হৰিহৰ আতাৰ ঘনেপতি দোষ ধৰাত পাঠক কিজনে অসন্তোষ কৰি সত্ৰ এৰি যাবলৈ ওলাল। গুৰুজন বৰ বিমোৰত পৰিল।

হৰিহৰক ৰাখিলে পাঠক কিজন নাথাকে, ধৰ্মৰ হাট ভাঙে। এই-ফালে হৰিহৰ আতাৰ দৰে পৰম ভক্তিমন্ত বিচক্ষণ পুৰুষ এজনক এৰিবলৈকো টান। অৱশেষত গুৰুজনে হৰিহৰ আতাক ক'লে "সিহঁত যে ভাগে। তুমি মোৰ হৃদয়ৰ বস্তু। দোকানখন যে ভাগে। তুমি কাঁঠিতে বহিবা।" প্ৰসঙ্গৰ বেলিকা সবাৰে আগত গুৰুজনে সেইমতে কলে। গুৰুবাক্য শিৰোগত কৰি হৰিহৰ আতাই কঠৈলে পিৰালিত বহি নাম শুনে। পাঠকৰ পাঠ শুনে অতি মনোযোগে ভক্তিভাৱে। তাৰে পৰাই পাঠকে ব্যতিক্ৰম কৰিলে আতাই ধৰে। আনকি এ-কাৰ ই-কাৰ ভুলকৈ মাতিলেও আতাই নেৰে। তাৰপৰাই পাঠক সকলৰ মনত অসূয়া লাগিল আৰু আতাক বাক্যবচনে হিংসা কৰিবলৈ ধৰিলে। বোলে এওঁৰ পৰা পঢ়িব নোৱাৰো। সজকৈ মাতিলেও এওঁ ধৰে এৰিছো বুলি। এইমতে গুৰুজনক ক'লত তেৰাই একো নেমাতিলে। পাঠকে পুনৰ পাঠ কৰিবলৈ ধৰে। হৰিহৰ আতাই আকৌ ভুল ধৰে। পুনৰ গুৰুজনত পাঠকে গোচৰ দিয়ে। "হৰিহৰ আতাৰ বাবে পাঠ পঢ়িবও নোৱাৰো। থাকিবও নোৱাৰো। আমি পাঁচৰ (পাঁচ জন পাঠক) লাগে নে তেওঁক অকলে লাগে? হয় তেওঁক উলিয়াওক নাই আমাৰ পাঁচক খেদক। শুদ্ধকৈ মাতিলেও আতাই হিংসাকৈ ভুল ধৰে।" গুৰুজনে আতাক পুনৰ মাতি আনি ক'লে "আপুনি নিৰ্মিলা শাস্ত্ৰ, আকো পঢ়া হুয়া ছাত্ৰ। নাগাই সুশুনিয়েই হৃদয়তে দহো পাই আছা তুমি। সিহঁত যে ভাগে। তুমি পাঠকে শুনিব নেলাগে। হাটীত বহি থাকিবা। নেমাতিবাও আৰু।" গুৰুৰ বাক্য মানি হৰিহৰ আতাই অন্যান্য ভকতৰ সঙ্গত নিজ হাটী বহাতে বহি গীত, পদ, ভটিমা, ঘোষা, চৰিত্ৰ তোলে। সত্ৰত নাম পাঠ শুনোতা প্ৰায় নাইকিয়া হ'ল। সকলোটি হৰিহৰ আতাৰ কাষত বহি নাম অমৃতৰ সোৱাদ লবলৈ আহে তেৰাৰ কণ্ঠৰ পৰা। সত্ৰত নাম প্ৰসঙ্গ সেৰেঙা হ'ল। কোনো কোনো ভকতে লগলাগি গুৰুজনাত খল দিলে— 'বাপ, হৰিহৰে আপোনাক ভাঙি অধিকাৰ

হব খুজিছে। তেওঁৰ বহাত দিনে ৰাতিয়ে মেল আলচ হয়। মিছা কৈছো যদি মানুহ দি চাওক।" গুৰুজনে হৰিহৰ আতাক জনোৱাত হৰিহৰ আতাই ক'লে "আমি গুৰুজনৰ শ্ৰীমুখ চাই শৰীৰ পেলাবলৈ মন দিলো। সেৱকৰ পৰা নোৱাৰি। আন সঙ্গহতে হাতদিলে" বুলি মঙ্গলবৰীয়া শিয়ালৰ দৃষ্টান্ত দিলে। ক'লে শ্ৰীকৃষ্ণ ঈশ্বৰে গোপী সবক কৈছে—

"বিদূৰত থাকি কথা শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হয় মন॥"

এইবুলি গুৰুজনত প্ৰণাম জনাই হাতী বহাৰ পৰা নিজ টালি টোপলি লৈ গ'ল। মাধৱদেৱে সেই বেলা খেদ কৰি দুটি ঘোষা কৰি মাতিছে

"হৰি হেৰবে বাপ, পশিলো শৰণে।
নেৰিৰ৷ বান্ধৱ মোক জীৱনে মৰণে" (ৰাগ বসন্ত)
"মোৰ পতিত পাৱন প্ৰভু হৰি হেৰবে।
বাপ কিনো গতি হৈল হামাৰে॥" (ৰাগ ভাটিয়ালী)

শেষত খেদকৈ ক'লে "যি খেদিব হাটী, সি পলাল বাতি।"

মধুপুৰ এৰি হৰিহৰ আতা চেপেটিয়া বিলৰ কাষত থাকিবলৈ ললেগৈ। এনেতে ভাটকুচীয়া কেশৱ চৰণ আতা মধুপুৰলৈ আহি হৰিহৰ আতাক নেদেখি দুখ কৰি গুৰুজনত ক'লে "বাপ জল সাগৰ এৰিনো বাঘ জীয়েনে? বাপ "বাপ, এবাৰ গৈ চাই আহিব খোজো"। মাধৱদেৱে কলে "আমাক হৰিহৰে এৰিলে যোৱা পাৱা যদি আনিবা।" ভাটকুচীয়া আতাই হৰিহৰ আতাক চেপেটিয়া বিলৰ সিপাৰেদি গৈ লগ ধৰিলেগৈ। হৰিহৰ আতাই ভোজনৰ দিহা কৰিলে। মাছ কাটি মাছৰ আঠ আঙ্গুল গুৰুজনালৈ থৈ চাউল সিজাইছে। ভোজনান্তে মুখদি কৰি দুয়ো বহিল। হৰিহৰ আতাই কুশল বাৰ্ত্তা সুধিলে। কেশৱ চৰণ আতাই সেৱা জনাই কলে "চাবলৈ আহিছোঁ, গুৰুজনক এৰিনো কিয় অহা হ'ল?

হৰিহৰ আতাই ক'লে— "হৰিপো, সদাগৰে চাম কাঠৰ নাওঁ লৈ লাখ লাখ টকা ঘটি আনি বনিজ কৈ ঘৰলৈ উভতি আহি নাওঁ

ডোবাতে পেলায় থয়। তাতে ব'দে বুজিয়ে নাও কাটে হেলাতে। আৰু চহকী মানুহে গৰু ম'হ লৈ লাখ লাখ ধান মাহ সৰিয়হ আজি খাই বেচেও, বুঢ়া হলে গৰু ম'হ দল-পঙ্কতে পৰি মৰে'। ঘাঁহ-পানী দিয়ক চাৰি ঘূৰিও নেচায়। কথাতে কয় বোলে আগে আছিলো লাগী, ভাল খালো ভাল ললোঁ জাগি। এতিয়া হলো চেংৰলী গাই, ৰাকতো নিদিয়ে ঠাই।" কেশৱ চৰণ আতাই কলে, 'নহয় আতা গুৰুজনে নিবকে দিছে।" হৰিহৰ আতাই উত্তৰ দিলে "কিয় মিছা মাতা। এই কঠত বহি নাম গাই কথা মুখে আছিল গুৱা খাই। কেশৱ চৰণ আতা শুনি আচৰিত হ'ল।" সেৱা বিদায় কৈ আহিল। আহিবৰ সময়ত হৰিহৰ আতাই মাছ খুটুৰি দি ভাটকুছীয়া কেশৱ চৰণ আতাক ক'লে "গেলাত কবা মোৰ চৰণ যেন নেপাহৰে।" কেশৱচৰণ আতাই ভাবিবলৈ ধৰিলে গুৰু জনক এনে কথা ক'লে কিয়? কেশৱ চৰণ আতাই উভতি আহি গুৰুজনক সেৱাকৈ হৰিহৰ আতাই দি পঠোৱা মাছ খুটুৰী দিলে। বাৰ্ত্তা বিদ সুধি গুৰুজনে ক'লে "আমালৈ কি কলে?" কেশৱ চৰণ আতাই ইতস্ততঃ কৰিলে গাই 'মাধৱদেৱে পুনৰ সুধিলে। কিবা কৈছে হবলা?" কেশৱ চৰণ আতাই কলে বোলে বাপ, নেলাগে সুধিব। মাধৱদেৱে পুনৰ কবলৈ কোৱাত কলে "হৰিহৰ আতাৰ চৰণ নেপাহৰিবলৈ গুৰু জনক ধৰিছে। ভুলতে কলে নে কি? তেৰাচোন জনা লোক।"

গুৰুজনে এটি আহি দি কলে 'এক আত্মাশ্ৰিত নদীৰ তীৰত ধৈৰ্য্য বৃক্ষত আছিল। মোহ পাকে সেই বৃক্ষক খহাই পেলালে অনেক বিকাৰ লতাৰে সৈতে। কাল নদীত পৰি খেদ কৰিলে নাওঁ যায় কেনি? পক্ষী জীৱাই ক'ত? লতা বগাই ক'ত? মৰি বৃক্ষৰ দৰে হৰিহৰে পৰোক্ষত আমাৰ হিতকেহে চিন্তিছে।"

মধুপুৰ থানত মহাপুৰুষ মাধৱদেৱৰ অন্তিম কাল উপস্থিত হোৱাত ৰামচৰণ ঠাকুৰে হৰিহৰ আতাৰ ঠাইলৈ ধনাই আতৈ আৰু

হৰিচৰণ আতৈ দুয়োকো পঠালে মাতিছে বুলি। হৰিহৰ আতা নাহি কৈ পঠালে, "যোৱা হঁক, মই তুলাৰ ভাৰ বৰ লাগে বুলি পলাই ফুৰিছো, পৰ্ব্বতৰ ভাৰ দিবলৈ মাতাহি। তালৈ গলে দুধৰীয়া খাণ্ডত পৰিম; ধৰিব, কৰিব, সহিব, বৰ নোৱাৰি মৰিম গুৰু বাক্য পৰি। আৰু গুৰুজন চলাৰ যি কথা কৈছ, মই মৰা মাধৱৰ ভকত নহওঁ যা। মোৰ গুৰুজন অযোনীজাত পুৰুষ। আদি, অন্ত, জৰা, মৃত্যু, শিশু যুবা সনাতন, নিৰ্গুণ। ব্ৰহ্ম হিয়াতে পাই আছো; একতিলো এৰাএৰি নাই।" হৰিহৰ আতা তাৰপৰা উঠি গুচি গ'ল।

হৰিহৰ আতা বেলাই থানাদাৰৰ সমীপত থাকোতে শ্ৰীশঙ্কৰদেৱৰ মহাপুৰুষৰ নাতি পুৰুষোত্তম ঠাকুৰদেৱে তত্ত্ব বিচাৰি হৰিহৰ আতাৰ ওচৰ পায়গৈ। আতাই আদৰ সম্মান কৰি আগবঢ়াই আনি পৰম তত্ত্ব শেষকথা বুজালে শ্ৰীকৃষ্ণদেৱৰ মহিমাৰে সৈতে।

হৰিহৰ আতাৰ বৈকুণ্ঠীহোৱাৰ শকৰ তেনে কোনো সঠিক হিচাব নাই। কিন্তু পুৰুষোত্তম ঠাকুৰদেৱ চলাৰ পিচত ভায়েক চতুৰ্ভুজ ঠাকুৰে জ্যেষ্ঠৰ অস্থি গঙ্গাত লগাবলৈ যাওঁতে হৰিহৰ আতাক লগ ধৰি গৈছিল। ১৫৪৩ শকৰ পুহৰ কৃষ্ণা চতুৰ্দশী তিথিত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰ নাতি পুৰুষোত্তম বৰঠাকুৰদেৱ বৈকুণ্ঠগামী হয়।

হৰিহৰ আতাৰ মৃত্যুৰ বিষয়ে অতি চমৎকাৰ কাহিনী এটি শুনা যায়।

আতাই গাঁৱৰ গৰখীয়া লৰাবিলাকক গোটাই মাহ প্ৰসাদ দি ক'লে যে মোক এটা গাঁত খান্দি দেহঁক। মই আজি গাঁতত থাকিম। তহঁতে সমানকৈ মাটি দি যাবি এই বুলি আতাই আপোনাৰ আত্মা পৰমাত্মাত থাপি গাঁওৰ ভিতৰত প্ৰবেশ কৰিলে আৰু লৰাহঁতে মাটি জাপি দিলে। গধুলি গঞা বাইজে শুনি অত্ৰাহি হৈ আহি গাঁত খান্দি চাই দেখে তাত একো নাই। আশ্চৰ্য্য হৈ ৰাইজে বোলে "মনুষ্য নহয় সাক্ষাত ঈশ্বৰ। ছদ্মকৈ নৰৰ ভাও দেখাই আছিল। তেওঁ আমি দুৰ্ভগীয়া পাপীয়ে নেজানিলো, নভজিলো।"

# মাধৱদেৱৰ সুন্দৰীদিয়া পৰিত্যাগ আৰু বৰপেটা গমন

মাধৱদেৱ পুৰুষ সুন্দৰীত প্ৰায় ১২ বছৰ কাল আছিল। এদিন মাধৱ মৰলৰ ভায়েক গোপালে মাধৱদেৱৰ ভক্ত দুজনক অপমান কৰাৰ কাৰণে মাধৱদেৱে মনত মৰ্মান্তিক বেজাৰ পাই সুন্দৰীত আৰু নেথাকো বুলি মথুৰাদাস আতাক মতাই আনি বৰপেটালৈ বুলি ওলাল। বৰপেটালৈ বুলি যাত্ৰা কৰি যাওঁতে মাধৱদেৱে সেৱক সকলৰ সৈতে এই দুটি গীত গাইছিল।

এটি —' আলো ভাই, চল আইস যাও বৃন্দাবনে।
দেখো গৈয়া আনন্দ নয়নে॥
ৰাম কৃষ্ণ নোহন্ত মানুষ
আৰা দুই পৰম পুৰুষ
ব্ৰজৰ প্ৰজাৰ ভাগ্য বড়ে
কহয় মাধৱ ওহি দঢ়ে॥'

আনটি—"আলো ভাই গোকুলে আনন্দ জয় জয়।
মিলিছে পৰম মহোদয়॥
যিটো নিগমৰ গুপ্ত বিত্ত।
হেন হৰি গোকুলে বিদিত॥"

বৰপেটাত সত্ৰপাতি নামঘৰ, কীৰ্তনঘৰ, হাটীঘৰ আদি সজাই মাধৱদেৱে নাম কীৰ্তন কৰি চাৰিওফালৰ পৰা সেৱক ভক্ত আকৃষ্ট কৰি আনি শঙ্কৰৰ শুদ্ধমত প্ৰচাৰ কৰে। থানৰ হাটী ছয়কুৰি ভক্তেৰে পূৰ্ণ হ'ল।

মাধৱদেৱ ভক্তসকলৰ সৈতে নামকীৰ্ত্তন কৰি আছে এনেতে এবাৰ তাঁতীসকলে মাধৱদেৱৰ পাশলৈ আহি প্ৰাৰ্থনা কৰিলে যেন এটা ভাওনা কৰা হয়। মাধৱদেৱে তেওঁলোকৰ মনোবাঞ্চা পূৰ্ণ কৰিবৰ নিমিত্তে 'কোটোৰা খেলোৱা' নাটৰ ভাওনা কৰালে।

দক্ষিণ কুলত গোবিন্দ নামে এজন ভক্ত থাকে। তেওঁ তেওঁৰ মাতৃৰে সৈতে আহি গুৰুজনৰ পাশত ধৰ্মক ধৰেহি। গোবিন্দৰ মাকক মাধৱদেৱ পুৰুষে বলাই আতৈৰ মাকৰে সৈতে নিতৌ কীৰ্ত্তন ঘৰত পুৱাই প্ৰসঙ্গ কৰিবলৈ আদেশ কৰিলত তেওঁ আন আন বুঢ়ী ভকতী সকলৰ সৈতে নিতৌ প্ৰভাত কালতে প্ৰসঙ্গ কৰিবলৈ ধৰিলে। সেই নিয়ম অনুসৰি বৰপেটা সত্ৰত বুঢ়ী ভকতী সকলৰ প্ৰভাত প্ৰসঙ্গ চলিবলৈ ধৰিলে।

বুঢ়া আতাই এদিন মাধৱদেৱৰ চৰণত পৰি প্ৰাৰ্থনা কৰিলে তেওঁক যেন থানৰ দাসালি কাম দিয়া হয়। গুৰুজনে তওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰি সেই আদেশ প্ৰদান কৰিলে। কীৰ্ত্তন ঘৰত দুই প্ৰসঙ্গৰ অন্তত কৰ্ণপূৰ ব্ৰাহ্মণে ভাগৱত পাঠ কৰে আৰু ব্যাখ্যা কৰি শুনায়। ইয়াতে আহি ভাস্কৰ গুৰু কৃপাবৰ লস্কৰ, নৰসিংহ, বলাই, মহিদৰিয়াৰ গোপাল আৰু কানাই ব্ৰাহ্মণ গুৰুজনৰ পাশলৈ আহি ধৰ্ম ধৰি শৰণ লয়হি।

বুঢ়া আতাৰ ভাৰ্য্যাই নিতৌ দুপৰীয়া গুৰুজনৰ ওচৰলৈ আহি চৰণত প্ৰণাম কৰিহে ভোজন কৰিবলৈ যায় এদিন আহোতে পলম হ'ল। গুৰুজনে দুপৰীয়া ভোজনান্তে ক্ষনিক বিশ্ৰাম কৰিছে। গুৰুজনক সেৱা কৰিবলৈ নেপায় পুতেক বলাইৰ হাতত এটুকুৰা মাটি দি গুৰুজনৰ পাৱত লগাই আনিবলৈ ক'লে। তাকে সেৱা কৰি ভোজন কৰিব। বলায়ে গুৰুজনাৰ ভৰিত মাটিডোখৰ স্পৰ্শ কৰোৱাত গম পাই গুৰুজনে বলাইৰ হাতত ধৰি ক'লে—"বলাই তই মনে মনে নিয খুজিছিলি ?" বলায়ে মাকে তেনে কৰিবলৈ কোৱাৰ কথা শুনি গুৰুজনে বলাইৰ মাকক উপহাস কৰি গীত মাতিলে—

"আলো গোৱালৰ জায়া
বোলেৰে গোপাল।
আমাৰ গাৱে ধূলা দিলে
তোমাৰ ছৱাল॥"

গুৰুজন বাহিৰলৈ ওলাই আহিলত বলাইৰ মাকে সেৱা কৰি নিজৰ ঘৰলৈ গ'ল।

বৰপেটাতে মাধৱদেৱ প্ৰভুৱে 'ভূমুৰা' আৰু 'দধি মন্থন' নাট ৰচনা কৰি সেই দুই নাটৰ ভাওনা কৰায়। শ্ৰীকৃষ্ণৰ আন আন বাল্যলীলা খেলাৰ অনেক গীত মাতো তেওঁ তাতে ৰচনা কৰে।

বৰপেটাত থাকোতেই শেষলৈ অম্বুবাৰি ভট্টাচাৰ্য্যৰ বিদ্বেষত পৰি মাধৱদেৱ ৰাজৰোষত পৰে আৰু কামৰূপৰ কোচৰজা ৰঘুৰায়ৰ হাতত মাধৱদেৱ প্ৰভুৱে নানান ভাবে লাঞ্ছিত হয়। ৰঘুৰায়ৰ অশেষ লাঞ্ছনাত বিৰক্ত হৈ মাধৱদেৱ শেষকালত ৰঘুৰায়ৰ ৰাজ্যত নথকাৰে সিদ্ধান্ত লয় আৰু কিছুদিনৰ ভিতৰতে নৰনাৰায়ণ ৰজাৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ ৰাজধানী বেহাৰলৈ যাবলৈ সিদ্ধান্ত কৰে।

## বৰপেটাৰ মঠ :

মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰদেৱ পাটবাউসীৰ পৰা শেষবাৰলৈ বুলি বেহাৰ যাত্ৰা কৰাৰ আগেয়ে মাধৱদেৱক ধৰ্মৰাজ্যৰ অধিকাৰী পাতি থৈ কৈ গৈছিল—

"শুনিয়ো মাধৱ বৰ গৃহ নকৰিবা।
নলচাইবা নটুৱা, বিপ্ৰকুল নিহিংসিবা॥
তিনিজন লোকৰ মুহিকো গুৰু আমি।
নিশ্চয় কৰিয়া তাক কহো শুনা তুমি॥
ৰাজা, স্ত্ৰী, কৰ্মকাণ্ডী ব্ৰাহ্মণ সবৰ।
কদাচিতো গুৰু আমি নহো ইসবৰ॥"

"জানা বঢ়াৰ পো, কদাপিও বৰ ঘৰ নকৰিবা। নটুৱা ননচাবা আৰু বিপ্ৰকুল নিহিংসিবা। তাকে কৰিলে বৰ দুখ পাবা। আৰু দশম কীৰ্ত্তন পুথিয়েই আমাৰ মূলভেটি। তাতে সকলো কথা নিহিত হৈ আছে। স্বৰূপ বুজিবা। এই দুখনি পুথি যি ঠাইত থাকিব, পাঠ চৰ্চা কৰিব আমিও তাতে থাকিম।

"দশম কীৰ্ত্তন পুথি থাকয় যথাত।
জানিবা নিশ্চয়ে মই থাকোহো তথাত॥"

আৰু তুমি ঘোষা নামেৰে শাস্ত্ৰ পুথি এখনি ৰচনা কৰা, যি খনি সৰ্বাঙ্গ সুন্দৰ পকা বগৰিটিৰ দৰে হ'ব। শাস্ত্ৰখনি শ্ৰৱণ, ভজন নমস্কাৰ, কাৰুণ্য আদি পটলত বিভক্ত কৰিবা। তাতে মাথোন এহেজাৰ ঘোষা থাকিব আৰু তাৰ এচুকতে আমাকো ৰাখিবা।

"ঘোষা নামে এক পুথি কৰিবা পাচত।"

মাধৱত সকলো ভক্তি ৰহস্য প্ৰকাশ কৰি পুনৰ ক'লে, 'তোমাৰ পিচত তুমি এই ভক্তি আমাৰ নাতি পুৰুষোত্তমত দিবা আৰু আমাৰ শক্তি, পৰাক্ৰম, বলবীৰ্য্য সকলো তেওঁতে অৰ্পণ কৰিবা। তোমাৰ পিচত আমাৰ এই শক্তি ভক্তি তেওঁৰ পৰা লোকত প্ৰচাৰ হ'ব। নাতিত আমাৰ চিৰ আশা।

"তোমাত কহিলো ইটো ৰহস্য ভকতি।
পুৰুষোত্তমত দিবা; কহিলো সম্প্ৰতি।"

মহাপুৰুষ গুৰুজনা বৈকুণ্ঠগামী হোৱাৰ বহুকাল পিচত ৰঘুৰাজৰ ৰাজ্যত নানান অশান্তি পাই মাধৱদেৱ দুখত বিমৰিষ হৈ চিন্তা ভাবনা কৰি থকাত এদিন এটা আচৰিত সপোন দেখিলে—

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ সুবৰ্ণৰ জখলাৰে নামি আহিছে বৈকুণ্ঠৰ পৰা। মাধৱদেৱে আদৰ সাদৰ কৰি পীঠ দিলে বহিবলৈ। সাষ্টাঙ্গে প্ৰণাম জনালে গুৰুজনাৰ শ্ৰীচৰণত ধৰি। বহি কিছুপৰ কথা বাৰ্ত্তা কৈ মহাপুৰুষ গুৰু যাবলৈ ওলাল মাধৱদেৱক অশেষ আশীৰ্বাদ

আশ্বাস সম্বোধন কৰি। মাধৱদেৱ গুৰুজনাৰ পিচে পিচে উঠি গ'ল। গুৰুজনাই ক'লে, "বঢ়াৰ পো কিয় আহিলা? বোলে বাপ, দুষ্ট ব্ৰাহ্মণৰ নিন্দাবাদ সূচক ত প্ৰাণ অতিষ্ঠ হৈছে, আৰু নোৱাৰো। মোকো লৈ যাব লাগে।" গুৰুজনাই মাত দিলে—"তোমাৰ এতিয়াও যাবৰ নৌ হয়। চোৰাচোন পৃথিৱীৰ মানুহে জীৱন্তে নাৰমাছ কমোৰাদি কমাইছে। তোমাৰ পৰা বহু জীৱই পৰিত্ৰান পাব। তুমি এতিয়া পৃথিৱীৰ কল্পতৰু ভক্তিবৃক্ষ। অনেক শাখা ডাল পাত বাঢ়িব। এতেকতে বঢ়াৰ পো তুমি আৰু বছৰ চাৰি পৃথিৱীত থাকি যোৱা। চিন্তা নকৰিবা, মই এজন পুৰুষ পঠাম যি তোমাৰ ভাৰ তুলি ধৰিব। তোমাক অভয় দান কৰিছো তুমি পৃথিৱীত আৰু কিছুদিন থাকা।" বুলি অভয় দি গুৰুজনা অদৃশ্য হয়। মাধৱদেৱে সপোনৰ অদ্ভুত সাৰ পাই গুৰুজনৰ গুণ বৰ্ণাই ব্যাকুল বিহ্বল হৈ প্ৰেমত পৰি কান্দি ঘোষা পটল গাই দুখ নিবেদন কৰিছে—

"এ হৰি হৰি হৰি হৰি,
হৰি হৰি কি কাম কৰিলো আমি।
তোমাক নভজি সাধু সঙ্গ লৈ,
ভৈলো কিনো অধোগামী॥"

এই ৰূপে গাই কাতৰ হৈ কান্দি কান্দি প্ৰাৰ্থনা কৰি থাকোতেই ৰাতি পুৱাল।

ৰাতিপুৱা ঠাকুৰ আতা আহি মাধৱদেৱৰ অভয় পদত সেৱাকৈ ৰহিল। ঠাকুৰ আতা বহাত মাধৱদেৱে গীত কৰি গাইছে—

"নাৰায়ণ মাঁগো চৰণে তেৰা।
ই তিনি ভুবনে তুমহি ঠাকুৰ,
নাহি জানত মতি মেৰা॥"

"ক'লে, সখি আজি এটা অদ্ভুত স্বপ্ন দেখিলো। কলিতা দিব

লাগে।" সপোনৰ কথা বিবৰি কোৱাৰ পিচত ঠাকুৰ আতাই ক'লে "বাপ, ফলিতা দিবলৈ কৈছে, দিব পাৰো ; কিন্তু খং নকৰিব আৰু দোষ নধৰিব।" গুৰুজনে ক'লে "কোৱা।" ঠাকুৰ আতাই নম্ৰ হৈ ক'লে যদি খং নকৰে কব খোজো। আপোনাত গুৰুবাক্য পৰিছে।" মাধৱদেৱ অবাক হৈ মনে মনে বিমৰিষ হৈ ৰ'ল। শেষত কলে "অ' নটৰ নটা কথা। আমি গুৰুবাক্য ধৰি গীত, ঘোষা, পদ, নাট, ভটিমা সৈতে নাম ধৰ্ম চৰ্চা কৰিছো। কেনেকৈ গুৰু বাক্য, গুৰু আদেশ ৰক্ষা কৰো, তাকে ভাবি ৰাতি টোপনি নাহে। এতিয়া তুমি কৈছা মোত গুৰুবাক্য পৰিছে।" ঠাকুৰ আতাই ক'লে "বাপ, মই আগেয়ে আপোনাক কৈছিলো, মই সপোনৰ ফলিতা দিলে আপোনাৰ খং উঠিব।" মাধৱদেৱে মন গধুৰ কৰি ভাবিচিন্তি ঘোষা মাতিছে—

'মই অজ্ঞানীৰ যতেক অজ্ঞান,
হৰি হৰি হৰি হৰি এ
ইটো মোৰ দোষ পৰি হৰা এ।"

ক'লে "সখি মোৰ পৰানো গুৰুবাক্য অমান্য হ'ল কেনেকৈ ? ক'ত হ'ল ?" ঠাকুৰ আতাই কলে "আপুনি যি ভাৱে কেৱল ধৰ্ম ধৰি আছে ; গীত পদ শাস্ত্ৰ ৰচনা কৰি গাইছে, কেইজনে তাৰ মূল্য বুজিব ?" তেতিয়া এটা দৃষ্টান্ত দিছে—"এজন সদাগৰে বনিজলৈ গৈ লাখ টকাৰ হিং কিনি আনিলে। ঘৰত আনি ৰাখিছে বিক্ৰি হোৱা নাই। কোনোবাই বুদ্ধি দিলে অমূল্য হিং কিনোতা মানুহ নাই। তাক ভেজাল দি কম দামত বিক্ৰি কৰিব লাগে। সেই ৰূপে দুগুন দামত হিং বিক্ৰি কৰিলে সদাগৰে। দামোদৰ দেৱে পাটবাউসীতে কেনেকৈ নিজমত প্ৰসাৰ কৰিছে, মঠ মন্দিৰ সজোৱাই ধুমধামৰ মাধ্যমেৰে। তেনেকৈ আমাৰো ধৰ্ম প্ৰচাৰৰ অৰ্থে মঠ মন্দিৰ ৰবঘৰ, গায়ন বায়ন, নটুৱা, যাত্ৰা, মহোৎসৱ, ভাওনা এইবোৰ

প্ৰচলন কৰিলেহে মানুহে আকৃষ্ট হ'ব, আহি চাই ধৰ্ম্ম ধৰিবহি। তাকে নকৰিলে দামোদৰে গোটেই দেশৰ মানুহ নিজৰ পিনে টানি নিব। গুৰুৰ ধৰ্ম্ম লোপ হ'বগৈ।" তেতিয়া মাধৱদেৱ গুৰুৱে পূৰ্ব্বৰ গুৰুবাক্য সুঁৱৰি ক'লে পূৰ্ব্বে গুৰুজনে এইবোৰ কামলৈ মোক মন নিদিবলৈ কৈ গৈছিল।

"বৰঘৰ বৰমেল নপাতিবা তুমি
নটুৱাক নচোৱাবা হাক দেওঁ আমি।"

মাধৱদেৱে গুৰুক স্মৰি ভাবিলে—

"হৰি ভকতিৰ পাতিলন্ত হাট শঙ্কৰে জগত জুৰি
ৰাম নাম বস্তু বেসায়া জগতে চলয় বৈকুণ্ঠপুৰি।"

ঠাকুৰ আতাই তপৰাই মাতি'ল, পূৰ্ব্বেই "গুৰুজনে হাট দোকান পাতি আপোনাক অধিষ্ঠাতা কৰি থৈ গৈছে ৰাম নাম বস্তু বেহাবলৈ। এতিয়া সেয়া হাটৰ প্ৰসাৰ হে হ'ব লাগে। যদি তেনে ৰাম নাম হাট ভাঙি যায়। তেন্তে জীৱ তৰিব কেনেকৈ?" ঠাকুৰ আতাই পুনৰাই আশ্বাস দিলে যে এই খিনি কামৰ বাব মই নিজে লম যদি বাপ, আপুনি আশীৰ্বাদ দিয়ে। ঠাকুৰ আতা গুৰুজনক সেৱা কৈ নিজ গৃহলৈ গ'ল।

ঠাকুৰ আতা যোৱাৰ পিচত বুঢ়া আতা আহি সেৱা জনাই ৰহিলহি। গুৰুজনে ক'লে, গোপাল নাম গাবলৈ বৰ ঠিক পাওঁ। আহল বহলকৈ হৰিমন্দিৰ এফেৰি কৰিব লাগিব। "বোলে" "বাপ, হ'ব। সম্বন্ধত আমাৰ পেহা-পেহী হয়, ৰাম লাকৰা বুঢ়া-বুঢ়ী। বৰ ডাঙৰ বাৰীখন। চাওঁচোন সুধি কি জানি দিয়েই।" সোধাত বুঢ়াবুঢ়ীয়ে উত্তৰ দিলে—"আমি দুয়ো অপুত্ৰক বুঢ়া-বুঢ়ী। বাৰীখনৰ পৰাই খৰিডাল, কাঠডাল আনি বিকি খাই আছো। বাৰীখন দি কেনেকৈ প্ৰবৰ্ত্তিম।" গুৰুজনে গীত গাই শুনালে—

"বুঢ়া ভাই হৰিগুণ গায়া নাচা।
কোনদিন চলি শৰীৰ পৰয়
এভো বাট চাই আছা।"

"ক'লে, তোমাৰ চাউল হ'ব। মোৰ মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰ-দেউৰ কৃপাত তুমি জীব পাৰিবা। তোমাৰ ইয়াত শত সহস্ৰ লোকে নাম কীৰ্ত্তন কৰিব। জীৱৰ কুশল হ'ব। চিন্তা কৰা কিহৰ কাৰণে? তোমাৰ চাউল কানিৰ কোনো অভাব নহ'ব।" পিচদিনা দুয়ো বুঢ়া-বুঢ়ী গুচি সংযমন হৈ গুৰুজনৰ ওচৰত সেৱা কৰি বাৰীখন দি দিলে হৰি মন্দিৰ কৰিবৰ কাৰণে।

ঠাকুৰ আতা, বুঢ়া আতা দুয়ো হৰি মন্দিৰ নিৰ্মাণৰ কামত লাগি গ'ল। বাৰীৰ গছ কটাই তাৰে চতি মাৰলি কৰি বৰ কীৰ্ত্তন ঘৰ কৰাত লাগি গ'ল। ক্ৰমে বৰপেটা মঠত আসন, খুটা, চতি, মাৰলি সকলো হ'ল। হেৰমদলৰ পৰা খৰিমাটি, বাঙপতা, বালিচন্দা অনোৱাৰ বন্দোবস্ত কৰা হ'ল। খৰাই, হৰিকৃষ্ণ আৰু মাধৱ এই তিনিও আতাই এই কামৰ ভাৰ ললে। আনি মনপুৰ ভাণ্ডাৰিক চমজাই দিলেহি। তাৰে এটুকুৰা গুৰু নাতি চতুৰ্ভুজ ঠাকুৰে থপমাৰি লৈ গ'ল। মনপুৰ ভাণ্ডাৰিয়ে হাক দিয়াতো নমনাত গৈ মাধৱদেৱৰ পুৰুষৰ আগত গোচৰ দিলেগৈ। বোলে "বাপ, ঠাকুৰে আপোনাৰ কথাকৈ খৰিমাটি লৈ গ'ল। মই হাক দিয়াতো নেমানিলে।" মাধৱদেৱে বিমৰিষ মনে ক'লে— "অকণি খৰিমাটি এটুকুৰা নিলে গুৰু নাতিয়ে আৰু তাকে মোক গোচৰ দিবলৈ আহিছা? গুৰুনাতি গুৰুষোত্তম আৰু হৰিচন্দ্ৰ সত্ৰৰ ওপৰত স্বয়ং গুৰুজনাই আশা কৰি গৈছে। তেওঁলোকৰে কথা লগাবলৈ আহিছানে?" মনপুৰ আতৈ লাজ পাই গুচি গ'ল। মন্দিৰৰ কামত বাঁহৰ নাটনি পৰিল। ওচৰতে মাধৱদেৱৰ সম্বন্ধীয়া মোমায়েক এজনৰ এখন ডাঙৰ বাঁহ বাৰী আছিল। মাধৱদেৱে ভকতসমে নাৰেৰে গৈ মোমায়েকৰ কাষ পালেগৈ। মোমায়েকৰ বাৰীৰ পৰা পৈণত বাঁহ কটাই নিওৱা দেখি অসন্তোষ

কথাত মাধৱদেৱে ক'লে—"দেহা পৰে কাহানি, বাঁহলৈ কান্দা? কাটি নিয়া বাঁহৰ গুৰিত মাটি জপোৱাই দিয়াবা। পুনৰ বাঢ়ি আগৰ দৰে হ'ব।" মোমায়েকৰ পৰিবাৰে বাঁহ কাটি থকা সময়খিনিৰ ভিতৰতে মাধৱদেৱৰ কাৰণে অলপ সান্দহ কৰাই গুড়ি খুন্দাই আতৌ পুতৌ কৰি ভাগিন মাধৱক খাবলৈ দিলে। কেইটিমান সান্দহ গুড়ি, খোৱা ভকত কেবা জনো কোনে খাব কোনে চাব? গুৰুৱে বোলে সকলোৱে দুই চাৰিটাকৈ পানীৰে সৈতে খাব লাগে। গুৰুজনে ভগাই দিছে, সকলো ভকতে লৈছে। বোলে আৰু কাক লাগে? সকলোৰে খাই আমুৱাই গ'ল। গুৰুজনৰ শ্ৰীহস্তৰ পৰশত কেইটিমান সান্দহ গুৰিয়েই সকলো ভকতে পেট ভৰাই খাব পৰা হ'ল।

হাতে কামে সকলো ভকতে লাগি হৰিমন্দিৰ তৈয়াৰ কৰি উলিয়ালে। কামি কাটি কাঠত ফুটা কৰি কুদ্ৰাক্ষৰ জালি দিলে। ৰাঙপতা বালিচন্দা, মেৰিয়াই দিলে খুটা চ'তিত। গোটেই মন্দিৰ ৰজত সুবৰ্ণৰ যেন হ'ল। বিচিত্ৰ ঘৰ। বিভীষণ আতৈ আৰু পৰ্বতীয়া কৃষ্ণাই আতৈয়ে নিজৰ হাতেৰে দুৱাৰ মুখৰ চৌকাঠ আৰু ওপৰত বিচক্ষণ লতাফুল কাটিছে। গুৰুৱে দেখি সুধিলে কি হৈছে? বোলে বাপ লতা কাটিছো। বাৰু তোমালোকে কাটা আমিও লটা কাটি ঈশ্বৰৰ গুণ বৰ্নাও। তেতিয়া গুৰুজনে ঘোষা কৰিছে, লতাকটা ঘোষা—

"হৰি, হৰি, হৰি, হৰি, হৰি, হৰি, হৰি, হৰি, হৰি, হৰি, এ" বিভীষণ আতৈ কৃষ্ণাই আতৈ দুয়ো ঘোষা শুনি ক'লে, "বাপ, আমি কাঠত লতা কাটিছো, কালি পৰহিলৈ ঘূনেখাব, চিনচাব নাইকিয়া হ'ব। আপুনি অবিনাশী ব্ৰহ্মাৰ লতা গাঠিছে। অনেক জীৱ তাৰ পৰা পৰিত্ৰান পাব। পৃথিৱী চন্দ্ৰ সূৰ্য্য থকালৈকে থাকিব।" দুৱাৰমুখত দ্বাৰপাল জয়—বিজয় কাঠত কটা হে গ'ল। হৰি গৃহ সম্পূৰ্ণ এঠিয়া।

বজ্ৰৰেন গৃহ চাবলৈ প্ৰজা ভাগি আহিবলৈ ধৰিলে। সকলোৱে

আছি হৰি মন্দিৰ দৰ্শন কৰেছি। গুৰুজনাত আঠুলৈ সেৱা জনায়। গুৰুজনে বুঢ়া আতাত শৰণ বাক্য মাতে। আতাই বাকী-সকলক কয়। মানুহ ভৰি পৰিলহি কীৰ্ত্তন ঘৰ চাবলৈ। বুঢ়া আতাই সকলো যাত্ৰীৰে আলপৈচান ধৰে।

"কামৰূপৰ লোক সব ভাগি আসিলন্ত,
বোলে বৰ্ডিয়াল ঘৰ নটুৱাক চাইবো
মাধৱদেৱৰ ঠাই কথাক শুনিবো।"

গুৰুজনে বুঢ়া আতাক মতাই আনি ক'লে—"মোৰ মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰ দেউয়ে গোকুল, মথুৰা, বৃন্দাবন তিনিও থানকে আনি তিনি ৰাজ্যত স্থাপন কৰি গৈছে ধৰ্ম প্ৰকাশৰ অৰ্থে। মোৰ গাৰ বদলে তুমি বৰপেটা মথুৰা পুৰীৰ ভাৰ লব লাগে। তুমি এই মথুৰাপুৰ শুদ্ধ কৰিছা তোমাৰ নাম মথুৰা দান দিছোঁ। গুৰুজনে ক'লে, আমাক যেনেকৈ কৃত্য সেৱা কৰি সন্তোষ কৰিছা তুমিও আমাৰ ভক্তিবস্তুৰে সন্তোষ লভিবা। তোমাৰ যশে জগত জুৰিব।"

বৰপেটাৰ মঠ কেন্দ্ৰ কৰি হৰিধ্বনি হৰি ভক্তিৰ বোল বৈ গ'ল, সকলোৰে যেন এটাই লক্ষ্য বৰ্ডিয়াল ঘৰলৈ আহিব, যাত্ৰা কীৰ্ত্তন শুনিব, গুৰুজনৰ দৰ্শন লভিব। তেৰাৰ মুখ-নিসৃত হৰিভক্তি অমৃত ৰস পান কৰিব।

## ব্ৰাহ্মণৰ বিদ্বেষ আৰু ৰাজৰোষ ঃ

ইৰ্ষাত জ্বলি ৰাঘৱেন্দ্ৰ পণ্ডিতে গৈ ৰঘুৰজাক মাধৱদেৱৰ বিপক্ষে গোচৰ লগালেগৈ।

"ৰাঘৱেন্দ্ৰ পণ্ডিতে গোচৰ দিলা পাচে
ষোড়শ বহুৱীয়া সমে কন্যাগণ আনি
সমজ্যাৰ মাজে থাকে সাৱটিয়া টানি।

পৰম অধৰ্মী সিটো কামুক নিলাজ
দেখা কেনে সিটো জনে কৰয় অকাজ।"

ৰঘুৰজাই সুৰানন্দ কাটোৱালক মাতি আনি মাধৱক শীঘ্ৰে ৰৰপেটাৰ পৰা ধৰি আনিবলৈ হুকুম দিলে। সুৰানন্দই আহি মাধৱদেৱক ৰঘুৰজাৰ হুকুম জনোৱাত মাধৱদেৱে কলে—

"মাধৱে বোলন্ত সুৰানন্দ শুনিয়োক।
স্ত্ৰী বা পুৰুষ সমজ্যাতে চাহিয়োক॥"

সুৰানন্দ কটোৱালে ছোৱালীৰ ভাও দিয়া নটুৱাৰ গাৰ কাপোৰ টানি চাই দেখে সেইবিলাক আচলতে ছোৱালী নহয় ছোৱালীৰ ভাও দিয়া সৰু সৰু কিশোৰ ল'ৰাহে। ছোৱালীৰ সাজপোছাক পিন্ধি নাচ গান কৰিছে। সুৰানন্দই তথাপিতো নেমানি ৰজাৰ হুকুম অনুযায়ী মাধৱদেৱক ৰজাৰ ওচৰলৈ নি হাজিৰ কৰিলেগৈ। মাধৱদেৱে গুৰুবাক্য সুঁৱৰি ভাবিলে গুৰুবাক্য পেলোৱাৰ কাৰণে এনে লাঞ্ছনা হৈছে।

"মাধৱে বোলন্ত গুৰুবাক্যক পেলাইলো।
তাতেসে জানিলো ইটো দুখক লভিলো॥"

সুৰানন্দই গৈ ৰজাক সকলো কথা বিবৰি কলেগৈ।

"সুৰানন্দ যাই কথা ৰজাত কহিলা
নৃপতি শুনিয়া ভাল মন্দ নকহিলা॥"

## হাজোত নিৰ্বাসন: মাধৱদেৱৰ প্ৰতি হাজোলৈ যাবলৈ ৰঘুৰজাৰ আদেশ:

ৰঘুৰজাৰ নানান লাঞ্ছনাত অতিষ্ঠ হৈ মাধৱদেৱে কামৰূপ এৰি ভাটিৰ বেহাৰলৈকে যাবৰ মনস্থ কৰিলে। ঠাকুৰ আতাই আহি কলেহি—"আপুনি যদি এই ঠাই এৰি আন ঠাইলৈ যাবলৈ মনস্থ

কৰিছে তেন্তে ৰজাক খুজি এডোখৰ পূণ্যভূমি লৈ তাতে সত্ৰ সবাহ কৰি ধৰ্ম প্ৰবৰ্ত্তাওক।" ঠাকুৰ আতাৰ কথা শুনি মাধৱদেৱে পুণ্যভুমি এডোখৰ খুজি ৰজাৰ ওচৰলৈ ভকত পঠিয়ালে। বিদ্বেষী কপত ব্ৰাহ্মণ সকলে সুবিধা পাই মাধৱদেৱক একেবাৰেই দেশান্তৰ কৰিবৰ মনেৰে ৰজাক জনালে "মহাৰাজ, মাধৱদেৱক সত্ৰ কৰি থাকিবলৈ পুণ্যভুমি এডোখৰ দিয়ক।" ৰজাই ব্ৰাহ্মণ সকলক সুধিলে, "পুন্যভুমি ক'ত আছে কোৱা?" ব্ৰাহ্মণ সকলে আগেয়ে ভাবি অহামতে কলে "মাধৱ বৈষ্ণৱ, বৈষ্ণৱৰ পুণ্যভুমি গোকুল। এতেকে তেওঁক গোকুললৈকে পঠাই দিয়ক।" অবিবেকী ৰজাই কুট ব্ৰাহ্মণৰ মন্ত্ৰণাত পৰি তেতিয়াই মাধৱদেৱক গোকুললৈ যাবলৈ আদেশ কৰিলে। দুতে আহি এই কথা জনোৱাত মাধৱদেৱে ক'লে "মই গোকুললৈ যাবলৈ পিচৰা নাই।" ৰজাৰ ভোগ ৰান্ধনি ব্ৰাহ্মণে কুট ব্ৰাহ্মণে মাধৱদেৱক দেশান্তৰ কৰাৰ অভিসন্ধি জানি ৰজাক জনালে" মহাৰাজ, আপুনি সুবুজি মাধৱক গোকুললৈ যাবলৈ আজ্ঞা দিছে। গোকুল, বৃন্দাবন, কাশী এইবোৰ ঠাই আপোনাৰ নহয়। লোকৰ ঠাই আপুনি কেনেকৈ দিব? মাধৱদেৱক আপোনাৰ ৰাজ্যৰ ভিতৰতে এডোখ পুণ্যভুমি দিয়ক।" ৰজাই চিন্তা কৰি চাই দেখিলে তেওঁৰ পুণ্যভুমি হাজো। মাধৱ হাজোত থকাই শ্ৰেয়। এই বুলি ৰজাই দূত পঠিয়াই মাধৱদেৱক হাজোলৈ যাবলৈ আজ্ঞা কৰিলে। ৰজাৰ আদেশত মাধৱদেৱ বৰপেটা এৰি হাজোৰ ৰামবালি নামে বালিতে নাও বান্ধি ৰ'লগৈ।

হাজোৰ মাধৱৰ দেৱালয়ৰ ব্ৰাহ্মণ পূজাৰীসকলে গৈ মাধৱদেৱক দেৱালয়লৈ গৈ মাধৱক দৰ্শন কৰিবলৈ অনুৰোধ কৰিলেহি। তেওঁ-লোকৰ অনুৰোধ ক্ৰমে মাধৱদেৱ সেৱকসকলৰে সৈতে হাজোৰ মন্দিৰলৈ গ'ল। হাজোৰ দেৱালয়ৰ নাটমন্দিৰৰ পৰাই তেওঁ মাধৱ মুৰ্ত্তি দৰ্শন কৰি উভতি আহিল। নাটমন্দিৰৰ দুৱাৰৰ পাটত মাধৱদেৱে হাত দি ঠিয় হৈ মাধৱৰ মুৰ্ত্তি নিৰক্ষণ কৰি থাকোতে

তাত তেওঁৰ হাতৰ আঙুলিৰ চিন বৈ গ'ল। মাধৱদেৱে ক্ৰমে পাণ্ডা দলৈ সকলক দান দক্ষিণা কৰি আহি নিজৰ গাঁৱলৈ উভটিল।

হাজোৰ বাস্তিত মাধৱদেৱৰ পুৰুষ এইৰূপে কিছুদিন আছে। গুৰুজনৰ নাম শুনি চাৰিও পিনৰ পৰা লোক আহি তেওঁৰ ওচৰত ভৰি পৰিবলৈ ধৰিলে। দেৱালয়ৰ পাণ্ডাসকলে দেখিলে যে মানুহে দ্ৰব্যবস্তু ভাৰভেটি আনি মাধৱদেৱক দিবলৈ ধৰিলে। দেৱালয়লৈ আৰু নাহে।

হাজোৰ গায়নে গুৰুজনত প্ৰাৰ্থনা কৰিলে এটি বাজনা শিকাবলৈ। তেহে গুৰুজনে গীত কৰি দিছে তাতে ৰাগ, তাল, মান, মাত, বাজনা সকলো উঠিছে।

"ৰে ৰে বিবিন্দাবনে মোহন গোবিন্দ
বিজয় নন্দক বালী।

লোকে চাই দেখে আশ্চৰ্য্য অদ্ভুতহে বোলে "মাৰা সাধাৰণ মানুহ নহয়, সক্ষাৎ ঈশ্বৰ; ছদ্মতহে নৰদেহ। "গুৰুজনক মানুহে কৰা শ্ৰদ্ধা ভক্তি দেখি ঈৰ্ষাপৰ ব্ৰাহ্মণসকলে মাধৱদেৱক তাৰে পৰাও খেদিবৰ বাবে আলচিলে। বোলে আমাৰ হয়গ্ৰীৱ গোঁসাই থাকিবলৈহে আহিল। ৰজাত গোচৰ দিলে বোলে মাধৱক তাৰপৰা আঁতৰাব লাগে। ৰজাই ক'লে "জীয়া মাধৱে সকলোকে টানে। তোমাৰ মাধৱে তাত বাধা নিদিয়ে কিয়? কাৰণ তোমাৰ মাধৱ মৰা। তথাপিও মাধৱে যদি তাৰ পৰা আন ঠাইলৈ যাব খোজে তেওঁ যাব পাৰে। মোৰ আজ্ঞা আছে বুলি জনাবা। "মাধৱদেৱে ৰাজআজ্ঞাত পৰম সন্তোষ মনে হাজো এৰি উজাই আহি নীলাচল পৰ্বতত উঠিল। নীলাচলৰ পাণ্ডাই মাধৱদেৱক স-সন্মানেৰে মন্দিৰৰ ভিতৰলৈ যাবলৈ অনুৰোধ কৰাত মাধৱদেৱে ক'লে" ভিতৰত মোৰ কোনো সকাম নাই, ভিতৰলৈ মোৰ যোৱা উচিত নহয়। কাৰণ মাতৃৰ গুপ্ত অংগ পুত্ৰই জানো দৰ্শন কৰিব পায়?" এই বুলি

পাণ্ডাসকলক দান দক্ষিণা কৰি বিদায়লৈ নিজৰ নাৱঁত উঠি আকৌ হাজোৰ বালি পালেহি। হাজোৰ বালিত আহি গুৰুজনে লক্ষ্মী-নাৰায়ণ ৰজাৰ অনুৰোধত বেহাৰলৈ যাবলৈ বুলি দৃঢ় সংকল্প কৰিলে।

মাধৱদেৱ হাজোৰ ৰামদিয়া বালিত তিনিমাহমান কাল আছিল। হাজোৰ পৰা গুৰুজন পুনৰ সুন্দৰী থানলৈ যায়।

ৰঘুৰজাৰ মৃত্যু হয় ১৫৯৩ খৃঃত ( ১৫১৫ শক )। মাধৱদেৱ কিছুদিন সুন্দৰীদিয়াতে থাকি ঘোষা পুথিখনি সম্পূৰ্ণ কৰে।

"সুন্দৰীত গৈয়া ঘোষা নামে শাস্ত্ৰ কৈলা।"

"ৰঘুৰাজা যেবে কালে মৰিলন্ত পাচে
সুন্দৰীদিয়াত আমি ক'তদিন আছে।
ঘোষা পুথিখনি পাচে তৈতে কৰিলন্ত।"

অনেক বৰগীত, নাট আৰু আদিকাণ্ড ৰামায়ণ মাধৱদেৱ পুৰুষে সুন্দৰীতে ৰচনা কৰে।

— x —

## পুৰুষোত্তম ঠাকুৰ ধৰ্মাচাৰ্য্যপদত অধিষ্ঠিত :

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে শেষবাৰলৈ বেহাৰলৈ যাত্ৰা কৰাৰ পূৰ্বে মাধৱদেৱক কৈ গৈছিল তোমাত যি ভক্তি ৰহস্য প্ৰকাশ কৰিলো এই ভক্তি ধৰ্ম তোমাৰ পিচত আমাৰ নাতি পুৰুষোত্তমত দিবা। আৰু আমাৰ বলবীৰ্য্য পৰাক্ৰম সকলো তেওঁতে অৰ্পণ কৰিবা। তোমাৰ পিচত আমাৰ এই শক্তি ভক্তি তেওঁৰ পৰাই লোকত প্ৰচাৰ হ'ব। জীৱসকল নিস্তাৰিব। তুমি দৃঢ়ভাৱে জানিবা নাতিত হে আমাৰ আশা!"

—"তোমাত কহিলো ইটো ৰহস্য ভকতি।
পুৰুষোত্তমৰ দিবা কহিলো সম্প্ৰতি॥"

এবাৰ মাধৱদেৱে গুৰুসহ অমৃতাকৰ দলৈৰ তাত (ৰামচৰণ) বৰভা-খোলাকৈ একপক্ষৰে ধৰ্ম চৰ্চা কৰি আছে। অনেক ভকত গ্ৰামবাসী চৌধুৰী, পাটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া, বিষয়বৰীয়া লোক ভক্ত-সহ সভা জলমল কৰিছে। ঠাকুৰ আতা, বুঢ়া আতা, হৰিহৰ আতা, শ্ৰীৰাম আতা, ৰাম বনগঞাগিৰি সমন্বিতে সভা ভৰপূৰ। অমৃতাকৰ দলৈয়ে পাৰ্য্যমানে যোগাৰ কৰিছে। ঠাকুৰ আতা মনথৈৰ পৰা সভালৈ বুলি আহোতে বাটতে পাটবাউসীৰ পৰা লগতে পুৰুষোত্তম ঠাকুৰকো লৈ আহিল সভালৈ বুলি। লগত জয়হৰি, বলাই, ৰাম-হৰি, শ্ৰীহৰি, সনাতন এই পাঁচজনে কঠ-লোটা শৰাইলৈ সভালৈ বুলি গৈছে। ঠাকুৰ আতা আগত। পুৰুষোত্তম ঠাকুৰ তেওঁৰ পিচত। গৈ সভাপোৱাৰ অলপ আগতে ঠাকুৰ আতাই পুৰুষোত্তমক লগৰীয়াসকলেৰে সৈতে বাটতে অলপ বিশ্ৰাম কৰিবলৈ বুলি কৈ নিজে সভালৈ গৈ গুৰুজনক দণ্ডৱতে প্ৰণাম কৰিলেগৈ। মাধৱদেৱে কুশলবাৰ্ত্তা সুধিলে—"সখি, কেনে দেখিছা সভাখনি?" দলৈৰ আয়োজন প্ৰশংসা কৰি ঠাকুৰ আতাই ক'লে, "বাপ, সভাখনি অতি

সুন্দৰ নিশ্চয় হৈছে, সৰ্বাঙ্গ-সুন্দৰ, সুশোভন, মস্তক বিহীন শৰীৰ এটা যেন হয়।” গুৰুজনে সুধিলে “কেনে? শিয় এনে অশোভন হৈছে বুলি কৈছা সখি? আমি সকলোৱে আছো দেখোন।” ঠাকুৰ আতাই বিনম্ৰ ভাৱে ক’লে “বাপ, দোষ নধৰিব এনেহেন এখন সভাত দুটি শঙ্কৰ গুৰু নাতি পুৰুষোত্তমদেউৰ নিমন্ত্ৰণ নহল। তেওঁ থকাহলে সভাগুৰনি হ’লহেতেন আৰু সৰ্বতোক্ৰমে সুন্দৰ আৰু সম্পূৰ্ণ হ’লহেতেন। গুৰুনাতি শঙ্কৰ সম। তেওঁসভাত বহিলেহে শিৰ হয়।” মাধৱদেৱে তেতিয়াই ঠাকুৰ আতাক পুৰুষোত্তম ঠাকুৰক সভালৈ আনিবলৈ আজ্ঞা কৰিলে। ঠাকুৰ আতা ততালিকে গৈ ওচৰতে জিৰণি লৈ থকা পুৰুষোত্তম ঠাকুৰক সভালৈ স-সন্মানেৰে লৈ আনিলেগৈ। মাধৱদেৱে পুৰুষোত্তম ঠাকুৰক আগবঢ়াই আনি যথা সম্ভ্ৰমে চাৰি, কঠ, গাৰু, শৰাই, ঠোক তামোল দি সভাত বহুৱালে নি। পুৰুষোত্তম ঠাকুৰক দেখি সভাৰ লোক আশ্চাৰ্য্য হ’ল। গাৰদলে বহুৱালে বুলি।

পুৰুষোত্তম ঠাকুৰৰ তেজ-শক্তি, ৰূপৰাশি দেখি সমাজৰ লোকে তবধ মানিছে। সকলোৰে চকু গুৰুনাতি ঠাকুৰদেউৰ ওপৰত। তেতিয়া মাধৱদেৱে মাতদিলে—সকলোৱে নিজম হৈ মাধৱদেৱৰ বাক্য শুনিলে—“সভাসদ লোকসকল, আপোনালোক সকলো বিদ্যমান, আতৈ সকলো আছে। আপোনালোক সকলোৱে আগত আজি ধৰ্মৰাজ্যৰ ভাৰ সঁপি দিম গুৰুনাতি দুটি শঙ্কৰ পুৰুষোত্তম ওপৰত। পূৰ্বে মহাপুৰুষ গুৰুজনে আমাক সেই আজ্ঞা দি থৈ গৈছিল। গুৰুনাতি উপযুক্ত হোৱাত আজি তাৰে প্ৰতিপালন হ’ব, বুলি উঠি গৈ ঠাকুৰৰ শিৰত কণ্ঠ মালা দি ক’লে “শ্ৰীশঙ্কৰদেৱে যি শুদ্ধধৰ্ম, ভক্তি, শক্তি, বল পৰাক্ৰমৰ আমাক ভাণ্ডাৰী পাতি থৈ গৈছিল, সেই ভাৰ আজি গুৰুনাতি দ্বিতীয় শঙ্কৰ পুৰুষোত্তম ঠাকুৰ দেউৰ হাতত সমৰ্পি দিছো। আজিৰ গুৰুনাতি পুৰুষোত্তম ধৰ্মাচাৰ্য্য হ’ব আৰু আমি সকলো তেওঁৰ সেৱক।” সকলোৱে জয়ধ্বনি

দিলে। হৰিধ্বনি কৰি শঙ্খ ঘণ্টা দবা বাদ্য বজালে। সকলোৱে মাধৱদেৱক 'সাধু' সাধু বুলি প্ৰসংশা কৰিলে।

শ্ৰীশ্ৰীমন্ত দ্বিতীয় শঙ্কৰ পুৰুষোত্তম ঠাকুৰদেউ ডেৰকুৰি বছৰ বয়সত ধৰ্মৰ আচাৰ্য্য হ'ল, ১৫১৩ শক মাঘী পূৰ্ণিমাৰ দিনা।

সভাঅন্তে অমৃতাকৰ দলৈয়ে গুৱাপান শৰাই পাট-কাপোৰ দি সেৱা কৰিলেহি পুৰুষোত্তম ঠাকুৰক। পুৰুষোত্তম ঠাকুৰেও মাধৱদেৱক ভক্তিভৱে সেৱা জনাই পাটবাউসীলৈ উভটি আহিল। ভক্তসমে মাধৱদেৱ পুৰুষ গৈ এসপ্তাহ পুৰুষোত্তম ঠাকুৰৰ লগত পাটবাউসীত থাকি নিজৰ থানলৈ ফিৰি আহে।

পিচলৈ পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ দুয়ো গুৰু নাতিয়ে মাধৱদেৱৰ দৰেই বাৰজনকৈ ধৰ্মাচাৰ্য্য পাতি উজনিলৈ পঠাই গুৰু-জনাৰ শুদ্ধধৰ্ম প্ৰকাশিবলৈ। এইদৰেই মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ধৰ্ম পৰিয়াল ভাটিৰ ভেলা মধুপুৰৰ পৰা অসম কামৰূপলৈ বিস্তৃত হৈ পৰে তিনিও ৰাজ্য জুৰি।

## মাধৱদেৱৰ বেহাৰ গমন :

ৰঘুৰজাৰ অশ্ৰদ্ধা আৰু ব্যৱহাৰত পৰম অসন্তোষ পাই মাধৱদেৱে বলাই নৰসিংহক মতাই আনি ক'লে "যি ৰাজ্যত ভকতক দ্বেষ কৰে তাত ৰবলৈ নহয় সজ। লক্ষ্মীনাৰায়ণ ৰজাৰ ৰাজ্য বেহাৰলৈকে যাওঁ বুলি ভাবিছো।" পূৰ্বে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ বেহাৰত লক্ষ্মী-নাৰায়ণ ৰজাৰ পিতৃ মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত প্ৰায় তিনি বছৰ কাল থাকি তাতে বৈকুণ্ঠগামী হয় ১৪৯০ শকৰ ভাদ মাহৰ ২১ দিন যাওঁতে বৃহস্পতি বাৰৰ দিনা। বলাই নৰসিংহই গৈ ৰাজগুৰু ভৃগু পণ্ডিতক ধৰিলেগৈ যে গুৰুজন বেহাৰলৈ যাব খোজে আপুনি চ'কি পাৰ কৰি দিয়াৰ ব্যৱস্থা কৰি দিব লাগে। সোনকোষ নদী দুই ভাই লক্ষ্মীনাৰায়ণ আৰু ৰঘুৰায়ৰ সীমা। মহাৰাজ নৰনাৰায়ণ (১৪৫৬-১৫০৬ শক) বহুতদিন অপুত্ৰক হৈ থকাৰ হেতুকে ভায়েক

চিলাবায় গুরুধ্বজৰ পুতেক ৰঘুৰায়ক নিজৰ ল'ৰাৰ দৰে তুলি তালি লৈছিল। বজাই ভতিজাক ৰঘুক বৰ আদৰ স্নেহ কৰে। কিছুদিনৰ পাচত লক্ষ্মীনাৰায়ণৰ জন্ম হয়। কিবা কাৰণত ৰঘুদেৱ বজা বৰ-পিতাক নৰনাৰায়ণৰ ওপৰত অসন্তুষ্ট হৈ ফুৰিবলৈ যাওঁ বুলি বেহাৰৰ পৰা ওলাই আহি বিজয়পুৰত বাহৰকৈ ৰ'লহি। বজাই নিজে মাতি নিবলৈ অহাতো ৰঘুৰায় পুনৰ বেহাৰলৈ ঘূৰি নগ'ল। বজা উপায়ান্তৰ হৈ নিজৰাজ্যৰ সোনকোষৰ পৰা পূবে কলিয়াবৰলৈকে এই অঞ্চলটো ৰঘুৰায়ক দি দিলে ১৫০৩ শকত আৰু সোনকোষৰ পশ্চিমে সেই অঞ্চল বেহাৰ ৰাজধানী সমন্বিতে নিজৰ পুত্ৰ লক্ষ্মী-নাৰায়ণলৈ ৰাখে। মহাৰাজ নৰনাৰায়ণৰ পিচত পুতেক লক্ষ্মীনাৰায়ণ কোচবেহাৰৰ বজা হয় ১৫০৬ শকত।

ৰাজগুৰু ভৃগুপণ্ডিত দুই ভাইৰজা লক্ষ্মীনাৰায়ণ আৰু ৰঘুৰায়ৰ ৰাজগুৰু আৰু পুৰোহিত আছিল। বলাই নৰসিংহই ধৰাত সুধিলে মানুহ কেইজন? উত্তৰ দিলে মুঠ ছয়জন। পাচে গৈ ভৃগু পুৰো-হিতে গধূলিকৈ চ'কিৰ চকিযালক মতাই ক'লে—মোৰ বৃদ্ধ শহুৰ আহিছে মোৰ ঘৰলৈ বুলি অতি সাৱধানে পাৰ কৰি দিব লাগে। ক'লে নিশা পাৰ হৈ দোকমোকতে পঠাই দিব দোলাই সৈতে পাৰ কৰাই দিয়াম। গুৰুজন সেই অনুপাতে নিশাতে আহি ঘাটত ৰ'লহি। লগত বলাই নৰসিংহ। পোহৰ হোৱাৰ লগে লগে আগৰ কথা মতে মাজীয়ে কোবাই নাওঁ মাৰি গুৰুজনক দোলাসহ সোনকোষ পাৰ কৰি দিলে। সিপাৰৰ চকিয়ালেও একো নোসোধাকৈ গুৰুজনক সেৱা কৰি এৰি দিলে চ'কি পাৰ কৰি। সেইদিনা গৈ গুৰুজন দোলাভাৰী আৰু বলাই নৰ-সিংহৰে সৈতে ভৃগু পুৰোহিতৰ তাতে অতিথি হ'লগৈ। পিচ-দিনা যাবলৈ ওলাওঁতে ভৃগু পুৰোহিতে টকা পাঁচোটা সহ বস্ত্ৰ এজুৰি দি সেৱা কৰিলে। গুৰুজনে "বুলিলে তোমাকহে দিব লাগে

আমি, তুমিহে আকৌ আমাক দিহা দেখোৱা ?” ৰাজপুৰোহিতে ক'লে “বাপ, ৰভাৱতে আমি পৰব খোৱা ব্ৰাহ্মণ। আপোনাক দিবলৈ যেন আগলৈকো শক্তি দিয়া হয়,” বুলি কৈ সেৱা জনাই গুৰুজনক আগবঢ়াই দিলেহি। তাৰপৰা গৈ গুৰুজন যেলীকৃষ্ণ আতৈৰ ঠাইত তিনিদিন থাকেগৈ। তাৰে পৰা গৈ মাইভৰা গোপালৰ তাত উঠিলগৈ। গোপালৰ লগত ৰজাৰ বিষয়া বীৰু কাজী ওৰফে বিৰূপাক্ষৰ বৰ ভাল। গোপালে বীৰু কাজীক খাটিলে তোমাৰ দেশলৈ কামৰূপৰ পৰা মহন্ত এজন আহিছে। থকা মেলাৰ যোগাৰ কৰি দিব লাগে। বীৰু কাজীয়ে একো উত্তৰ নিদিলে। তাৰ পৰা গৈ ওচৰতে ৰাম ৰাম আতৈৰ তাত গৈ কেইদিনমান থাকিল গৈ। তেওঁ গৈ খৰীয়া দলৈৰ হতুৱাই ৰজা লক্ষ্মীনাৰায়ণক কোৱালে যে কামৰূপৰ পৰা অহা মহন্ত এজন আপোনাৰ ৰাজ্যলৈ আহিছে, মাটি-বাৰী দি থাপিব লাগে। ৰজাই কৈ পঠালে ৰাজ-হাউলীৰ ৰাজদুৱাৰৰ মুখতে গৃহ সত্ৰ কৰি দি থাকিবলৈ দিব লাগে। দলৈয়ে ৰজাক গৈ জনালে ৰাজহাউলীৰ ৰাজদ্বাৰত অনবৰতে চিপাহী চন্তৰী আহ যাহ কৰি থাকে। তেওঁক লাগে নিজান ঠাই এটুকুৰা য'ত নিৰলে বহি নিৰ্বিঘ্নে হৰিনাম লৈ থাকিব পাৰে। ৰজাই বোলে তেনে ঠাই ক'ত। দলৈয়ে ক'লে যদি ৰজাৰ আজ্ঞা হয়, তেন্তে তেওঁ নিজৰ বাৰীতে গুৰুজনৰ কাৰণে জাগা কৰি দিব। ৰজাই ক'লে, “মহন্তক তুমি মাটি-বাৰী দি পাতিলে তোমাৰ পুণ্য হ'ব। মই ৰজা হৈ মোৰ কি হ'ব ?” দলৈয়ে মিনতিভাবে জনালে, “মহাৰাজ কিয়বা তেনেকৈ কোৱা গৈছে— গোটেই দেশ খনেই দেখোন আপোনাৰ। তেন্তে ?” ৰজাই মান্তি হৈ ক'লে “বাৰু তাতে হ'ব।” ৰজাই দলৈৰ মাটি লৈ ভেলাদুৱাৰত মহাপুৰুষৰ কাৰণে কীৰ্ত্তন ঘৰ আৰু থকা গৃহ সজোৱাই দিয়ালে সত্ৰ সবাহ কৰি। ছমাহৰ অন্তত গুৰুজনে ৰাম ৰাম আতৈৰ তাৰপৰা গৈ ভেলামধুপুৰত উঠিলগৈ ভক্ত সমে। আইধায়ে ৰজাৰ কামত বৰ সন্তোষ পালে আৰু

নানামতে মাধৱদেৱৰ সেৱা শুশ্রূষা ভক্তি কৈ থাকিল।

খৰালি কালত বৰ খৰাং পৰাত ভকত সকলৰ খোৱা বোৱা আৰু পানীৰ কষ্ট হ'ল। গুৰুজনে শ্রীৰাম আতাক কৈ পঠালে ডা-ডাঙৰীয়া ভক্ত সমাজ সকলোকে জাননী দিব লাগে এবাৰ আমাৰ ইয়ালৈ আহিব লাগে বুলি। শ্রীৰাম আতাই গুৰুজনৰ আজ্ঞানুসাৰে সকলোকে জনোৱাত যথাসময়ত গুৰুজনৰ সভা ডাঙৰীয়া, ৰৰবৰুৱা, কাজীদলৈ ভক্তবৃন্দৰে ভৰি পৰিল। গুৰুজনে জনালে যে বেহাৰ ৰাজ্যলৈ কোনো অপায় অসুবিধা নহব বুলিয়েই আহিছিলো ভক্তসমে। এতিয়া দেখোন খৰাং পৰাৰ লগে লগে ভকতক লালন পালন কৰাই কষ্ট হৈছে। সকলোৰে গা পাতি ললে খৰাং দুমাহৰ কাৰণে দুই চাৰিজনকৈ ভকতৰ দিহাপোহা দিব বুলি। গুৰুজনে হাস্য কৰি ক'লে মোৰ ভক্তসবৰ বাক আপোনালোকে গাইগোটা হিচাবে ভাৰ লব—"মোৰ ভাৰ কোনে লব? আৰু ভকত সকলৰ অবিহনে মই বৃদ্ধ কালত যে পাখীকটা পক্ষী যেন হ'ম।" সকলোৰেই যি যেনেকৈ পাৰিলে টকা, সিকা, আধলী দিবলৈ ধৰিলে। শৰাই ভৰি পৰিল আৰু পিচলৈকো ভকত সকলৰ খোৱা বোৱাৰ দিহা পোহা দিবলৈ গাত ললে। তেনেতে যদুমনি পুত্র সহ দুখানি ভাৰ লৈ গুৰুজনৰ ওচৰ পালেহি। বোলে কি আনিছাইক তোমালোকে? তওঁলোকে লাজতে ক'ব পৰা নাই। "আমিনো আৰু আপোনাৰ কাৰণে কি আনিব পাৰো বাপ, হাতত যি পাইছো তাকে আপোনাৰ পদ সেৱাৰ বাবে অনা হৈছে।" গুৰুজনে দ্রববস্তু খিনি ভকতসকলৰ মাজত বিলাই দিয়াই ৰামচন্দ্রক কেৰ্কেটুৱাই সাহায্য কৰাৰ উপমা দিলে।

আইধাইয়ে সেৱা জনালেহি ভাৰভেটি লৈ—লগত দুই নাতি ধীৰ নাৰায়ণ আৰু ব্রজনাৰায়ণ। আইধাইয়ে নিতে পাল পাতি দুজন ভকতক চিৰা-ফলাহাৰ কৰায়। বুঢ়া ভগীয়াই দিয়া থোৱা কৰে, ভকতক খোৱাই-বোৱাই দান দক্ষিণা দি সন্তুষ্ট কৰি পঠাই দিয়ে।

এবাৰ শ্ৰীৰাম আতাৰ পাল পৰিল। গুৰুজনাই শ্ৰীৰাম আতাক সজ কানি কাপোৰ দি আইধাইৰ তালৈ পঠালে। বুঢ়া ভগীয়াই চিৰা গাখীৰ কল দি ভোজন কৰালে। আহাৰান্তে বুঢ়া ভগীয়াই ক'লে অলপ ৰ'ব, আহিছো, বুলি কৈ ভিতৰ সোমাল। শ্ৰীৰাম আতাই ভাবিলে খাবলৈ মাতিছিল খালো, আৰু বৰ লাগে কিয়? গুচি আহিল। পিচত বুঢ়া ভগীয়াই মানুহ ধৰি দান দক্ষিণা দি গৈছেহি শ্ৰীৰাম আতাৰ বহাত।

এইদৰে কিছুদিন থকাৰ পিছত কাতি মাহ পালেহি। শ্ৰীৰাম আতাই গুৰুজনত প্ৰাৰ্থনা জনালে; এবাৰ গৈ কামৰূপৰ পৰা ঘুৰি আহিব বুলি। কিয় যাব বুলি সোধাত কলে, "বাপ, আই গোঁসানী মাতৃ, ঠাকুৰ আতা, বুঢ়া আতা, দক্ষিণৰ আতা, ভৱানী-পুৰীয়া আতা, হৰিচৰণ ঠাকুৰ আৰু আন আন আতৈসকল কেনে আছে খবৰ কৰি আহিম বুলি ভাবিছিলো।" গুৰুজনে অনুমতি দি ক'লে "যোৱা তেন্তে। তিনি মাহৰ ভিতৰত কিন্তু আহিবা ঘুৰি।" শ্ৰীৰাম আতা কামৰূপ বাউসীলৈ আহি সকলোৰে খা-খবৰ কৰি ভৱানীপুৰৰ গোপাল আতাৰ তাতে উঠিলহি। গোপাল আতাৰ তাত কেইদিনমান থাকি শ্ৰীৰাম আতা যাবলৈ বুলি ওলায়। আতাই নিতে কথা তোলে, অমৃত বৰষে, ক্ষণ নিমিষতে গধূলি হয়। গমেই নাপায়। কথাৰ ৰসত ভোলগৈ এদিন দুদিনকৈ তাতে শ্ৰীৰাম আতাৰ তিনিমাহ হ'লহি। চ'ত মাহ পলিতে এদিন বোলে, উস, চাওতে তিনিমাহ গৈ ছমাহ হ'লহি। মই গুৰু-জনক কথা দি আহিছিলো তিনিমাহতে ঘুৰি যাম বুলি। গোপাল আতাত বিদায় লৈ ছমাহৰ মুৰত গৈ শ্ৰীৰাম আতা আঠুলৈ বহিল। গুৰুজনে কপট খং কৰি ক'লে "কেলৈনো আহিলা, তাতে থাকি নগলা কিয়?" তেহে শ্ৰীৰাম আতাই ক্ষমা প্ৰাৰ্থনা কৰাত গুৰুজনে ঠাকুৰ আতা, আই গোসাঁনী, গোপাল আতা, মথুৰা দাস বুঢ়া আতা, বিষ্ণু আতা আদি সকলোৰে খবৰ সুধি

শুভ বাৰ্ত্তা লৈ পৰম আনন্দিত হয়। ক'লে, 'ইমান দিনেনো ক'ত আছিলা ?" শ্ৰীৰাম আতাই ক'লে, "প্ৰথমে তিনিমাহ কৈ ঘোৰা মতে সকলোৰে খা-খবৰ কৰিলো। পিছৰ তিনিমাহ আজি আহোঁ কালি আহোঁ কৈ গোপাল আতাৰ তাত কথামৃত শুনোতেই গ'ল। গমেই নেপালো কেতিয়া দিন পাৰ হৈ গ'ল।" গুৰুজনে ঈষৎ হাস্য কৰি ক'লে—"অ' ভালেহে কথাৰ সাগৰ গোপালে পালে আমাকো ভুলায়।"

কিছুদিনৰ পাছত ঠাকুৰ আতাই কামৰূপৰ পৰা পৰমানন্দক পাচিলে গুৰুজনৰ বাৰ্ত্তা লৈ আহিবলৈ। পৰমানন্দই মধুপুৰ পাই কাপোৰ এজুৰি দি গুৰুজনত সেৱা জনালেহি। গুৰুজনে ঠাকুৰ আতাৰ, আই গোসাঁনীৰ, ঠাকুৰসকলৰ, বুঢ়া আতাৰ সকলোৰে খা-খবৰ সুধি সন্তোষ লভি পৰমানন্দক ক'লে খাই বৈ উঠি মোৰ সখিৰ বাৰ্ত্তা আক কবাহ। পৰমানন্দই খাই বৈ উঠি ভাগৰ লাগি টোপনি ধৰাত শুই পৰিল, পুৱাহে সাৰ পালে। গুৰুজনে সখিৰ বাৰ্ত্তা সুধি পুচি লৈ সকলোকে জান দিলে যে কামৰূপৰ পৰা সখি আহিছে। সকলো আহিব লাগে। গুৰু-জনৰ বাৰ্ত্তা পাই বৰুৱা, লস্কৰ, কাজী, ভকত সকলো আহিল। গুৰুজনৰ ওচৰতে পৰমানন্দ ঠাকুৰ বহি আছে। সকলোৰে ইকাণ সিকাণ কৰে, বোলে গুৰুজনে কৈছিল তেৰাৰ সখি বৃদ্ধ। এতিয়া দেখো যুৱা। গুৰুজনে বুজি ঈষৎ হাস্য কৰি ক'লে এৱেঁই সখিৰ প্ৰতিনিধি। জানিব যেন বৰপেটাৰ পৰা সখিহে আহিছে।" সকলোৱেই টকা, সিকা দি সখিৰ গাৰ বদল পৰমানন্দক সেৱা জনালে। পিচদিনা গুৰুজনে পৰমানন্দক খোৱাই বোৱাই টকা বস্ত্ৰেৰে সৈতে ঠাকুৰ আতাৰ পাশলৈ পঠালে।

## দশম, কীৰ্তন, ঘোষা, ৰত্নাৱলী ঃ মহাপুৰুষ শুকদেৱজনাৰ মূৰ্তি স্বৰূপ ঃ

এদিন পদ্মনাভ লস্কৰে আহি গুৰুজনক খাটিলেহি 'দশম' পুথি খনি দিব লাগে—নকল কৰাই লব। এটা সোণৰ মোহৰ সহ শৰাইত গুৱাপাণ বস্ত্ৰ দি গুৰুজনৰ অনুমতি লৈ দশম পুথিৰ প্ৰতিলিপি লিখাবলৈ লৈ যায়। গুৰুজনে দশম পুথিখনি নিজৰ মূৰত তুলি আনি দিলে বাটলৈকে। গায়ন-বায়নে যথাবিধি মান সন্ত্ৰমেৰে দশম পুথিখনি লৈ যায় পদ্মনাভ লস্কৰৰ ঘৰলৈ। গুৰুজনে ক'লে "তোমাৰ ঘৰলৈ শ্ৰীশঙ্কৰদেউ গুৰু যায়। সাৱধানে নিবা, স-সন্মানে থবা।" পদ্মনাভ লস্কৰে কিছু দিনৰ পাছত দশম পুথিখনি লিখাই অতাই এটোলা সোণৰ শলখা দি পুনৰ পুথিখনি মাধৱদেৱৰ পুৰুষৰ ওচৰলৈ স-সন্মানেৰে গায়ন-বায়নৰ সৈতে লৈ আনে। গুৰুজনেও আগবাঢ়ি গৈ শিৰত কৈ আনি পুথিখনি পুনৰ থাপনাত থলেহি মাধৱদেৱে ভক্তসকলক ক'লে—"দশম, কীৰ্তন গুৰুজনাৰ মূৰ্তিৰ সমান। ঘোষা ৰত্নাৱলী আমাৰ থাকিবৰ থান।" পূৰ্বে শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই মাধৱদেৱক কৈ গৈছিল—

> "দশম কীৰ্তন পুথি থাকয় যথাত।
> জানিবা নিশ্চয় মই থাকোহোঁ তথাত॥"

"এই দুইখনি পুথি যি ঠাইত থাকিব চৰ্চা কৰিব আমিও তাতে থাকিম।"

গুৰুজনাৰ কথাশুনি বৈকুণ্ঠ আতৈয়ে পাচফালে পিৰালিত বহি ঘোষা পুথিখনি মেলি পাত পাতকৈ থাকে। ভকতে দেখি গুৰুজনক ক'লে, বোলে দেখো বৈকুণ্ঠ আতৈয়ে ঘোষাপুথিখনি নেচানেচ কৰে, নপঢ়েও। গুৰুজনে ক'লে "মাতাচোন ভেওঁক, কি কৰে সুধো।" বৈকুণ্ঠ আতৈয়ে আহি কৰপুতে গুৰুজনত

সেয়া জনোৱাত মাধৱদেৱে সুধিলে "তুমি হেনো ঘোষা পুথি-খনি পাত পাতকৈ মেলি ওলোটাই বগৰাই চাই থাকা, কিয় ?" বৈকুণ্ঠ আতৈয়ে ক'লে "বাপ, আপোনাৰ শ্ৰীমুখৰ পৰাই শুনিছো, আপুনি ঘোষাখনিৰ মাজতে থাকে বুলি, তাকে চাওঁ।" তেতিয়া গুৰুজনে হাস্য কৰি ঘোষা মাতিছে—

"অজ্ঞান আন্ধাৰে পৰিয়া জীৱৰ
জ্ঞান পথ কৈল নাশ।
নাম অঞ্জনীয়া বিনে আনমতে
নেপায় হৰিৰ পাশ ॥"

চোৰ এঠাইত গভাইত নহলে চুৰ কৰিব নোৱাৰে। ভক্তেও তেনেকৈ অঞ্জনীয়া নহলে বা পথ প্ৰদৰ্শকৰ আশ্ৰয় নললে হৰিৰ পাশ চাপিব নোৱাৰে। নামৰূপ অঞ্জনীয়াৰ বাহিৰে অজ্ঞান আন্ধাৰত পৰি থকা জীৱই জ্ঞানৰ বা মুক্তিৰ পথ নেদেখা হয়।

---

# বুঢ়া আতা মথুৰাদাস বৰপেটা থানৰ অধিকাৰ

কামৰূপৰ পৰা মথুৰাদাস বুঢ়া আতা ওঠৰ সঙ্গীৰে সৈতে মাধৱদেৱ পুৰুষৰ দৰ্শনৰ কাৰণে মধুপুৰ সত্ৰলৈ আহিল। বাটত বৌমাৰিত গৈ মানুহ এঘৰত সোমালগৈ। ৰাতি থাকি নিচেই পুৱাতে বুঢ়া আতা যাবলৈ ওলাল। গৃহস্থই "ক'লে আতা দুপৰীয়াৰ সাজ ইয়াতে খাইবৈ গলে কৃতাৰ্থ মানিম।" বুঢ়া আতাই ক'লে "তোমাৰ ভক্তি আৰু মোৰ ভক্তিৰ ৰূপ বেলেগ। গতিকে তোমাৰ আতিথ্য গ্ৰহন কৰিব নোৱাৰিম।" তেতিয়া গৃহস্থই ক'লে, তাহানি গুৰুজন বৃন্দাবনলৈ যাওতে ভক্তসমে আমাৰ ইয়াতে পদধূলি দি বৈ ভকত কৰাই গৈছে আৰু এটি গীতো কৰি দি গৈছে। বুঢ়া আতাই বোলে, আনাচোন চাওঁ। দেখিলে গুৰুজনে কৰা গীত।

"ৰাম মেৰি হৃদয় পঙ্কজে বৈছে
ভাই চিন্ত না চিন্তস কৈছে॥"

বুঢ়া আতাই লগৰ সকলোটিকে গীতটি আওৰাই লবলৈ ক'লে। দুপৰীয়া সাজ তাতে ভোজন কৰি বুঢ়া আতাই ভক্ত সহ পুনৰ বেহাৰ অভিমুখে যাত্ৰা কৰিলে। বাটত ৰঙামাটিত বলিচৰণ বৰুৱাৰ বাৰীত এৰাতি বৈ গদাধৰ পাৰহৈ ৰামৰায়ৰ কুঠি পালেগৈ। তাৰ পিচদিনা মধুপুৰ পালেগৈ। বাটতে আতাই বোলে ইয়াতে স্নান কৰি ভক্তসমে চিৰা ভোজনকৈ জুৰাই লও। ধীৰেসতে গৈ মধুপুৰ থানত প্ৰৱেশ কৰেহি।

বাটত পালি সহ গীতঘোষা মাতি অহা বুঢ়া-আতাৰ মাত বহুদূৰৰ পৰা শুনি গুৰুজনে শ্ৰীৰাম আতাক কয় "সেয়া দেখো ঢেকেৰাৰ মাত শুনা যেন লাগিছে। যোৱাচোঁন আগবাঢ়ি। কামৰূপৰ পৰা মথুৰাদাস আহিল নেকি?" এনেতে বুঢ়া আতা ওঠৰ পালীয়ে

সৈতে আহি গুৰুজনৰ চৰণ বন্দনা কৰিলেহি। মাধৱদেৱেও ল'ৰা-লৰিকৈ যত্নমনি ভঁৰাল আতৈৰ হতুৱাই গুৱাপানৰ ঠগি অনাই সমাদৰে বহিবলৈ ক'লে। মাধৱদেৱে আই গোসাঁনী, ঠাকুৰ আতা আৰু বাকী সকলোৰে কুশল মঙ্গল বাৰ্ত্তা সুধি বাটত কেনেকৈ আহিল, ক'ত ক'ত বৈছিল, আদ্যোপান্ত সুধিলে। বুঢ়া আতাই বাটত পোৱা গীতটিৰ কথা ক'লে—মাধৱদেৱে লিখি থলে। তাৰ পিচত আবেলি কীৰ্ত্তন ঘৰত মাধৱদেৱৰ পুৰুষে বুঢ়া আতাক ক'লে কীৰ্ত্তন কৰিব লাগে।

বুঢ়া আতা উঠিল, লগতে লক্ষ্মণ ওজা। আতাই ঘোষা ধৰিলে—

"ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যা পুৰী সবে শূন্য ভৈলা॥"
"মাধৱৰ দৰশন পায়া।
আনন্দ কৰি হৰি গুন গাবা॥"
"মাধৱ বান্ধৱ দেৱ হৰি
কৰা কৃপা দোষ ক্ষমা কৰি।"

ঘোষা কৰি গুৰুজনক সেৱা কৰি উঠাত মাধৱদেৱে সুধিলে "ক'তা দেখো এই তিনিটি ঘোষা আমি কৰা মনত নাই।" আতাই ক'লে আপোনাৰ পিচত খেদ অনুভৱ কৰিহে কৰা হৈছে। মাধৱদেৱৰ পুৰুষে পৰম সন্তোষ লভিলে আতাৰ উত্তৰত। আশীৰ্বাদ কৰি ক'লে "তুমি আমাক ঘোষাৰে সন্তোষ দিলা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা।"

পাচত সুধিলে বৰ্ত্তিয়াল ঘৰৰ কথা। বৰ্ত্তিয়াল ঘৰটি পুৰাৰ কথা কলত ক'লে "আমাৰ পোৰা ভেটিত বন্তি জ্বলিছেনে?" বোলে "বাপ, সেইদিনাই চাই শুচায় বলাইৰ মাকে চাকি জ্বলালে। আজি পৰ্য্যন্ত এদিনো ক্ষতি হোৱা নাই। সকলোৱে আপোনাৰ দৰ্শনৰ কাৰণেহে ব্যাকুল হৈ আছে।" মাধৱদেৱে ক'লে "তুমি এতিয়া আৰু ইয়াত বেছিদিন থাকিব নেলাগে। তাতগৈ পুনৰ বন্তি প্ৰকাশ

কৰি থান ভক্ত প্ৰবৰ্ত্তাক লাগে।” বুঢ়া আতাই সেৱা জনাই ক’লে আপোনাৰ অবিহনে মই কেনেকৈ থাম ভক্ত প্ৰবৰ্ত্তাবলৈ ?” মাধৱদেৱে হৰি বল্লভ আতৈক মাতি কলে, “বস্ত্ৰ এজুৰি আৰু টক। ছুটি লৈ আহা।” পাচে গুৰুজনে মালতি ফুলৰ ঢোপ, টকা, বস্ত্ৰ দি মথুৰাদাস বুঢ়া আতাক ক’লে “এই ৰূপৰ টকা ছুটা নামমাত্ৰ শলিবস্তিৰ কাৰনে দিছো। তিনিও ৰাজ্যৰ লোকে—বিহাৰ, কামৰূপ, উজনীৰ সকলোৱে তোমাক সত্ৰাধিকাৰ মানি কৰ দিব। বৰপেটা থান পুনৰ আগৰ দৰে দ্বিতীয় বৈকুণ্ঠপুৰী হ’ব তোমাৰ জহত।” পুনৰ মথুৰাদাস বুঢ়া আতাই “ক’লে আমাৰ সৰ্বস্ব ধুলা মালা কীৰ্ত্তন গৃহতে পুৰিলে, এতিয়া আপোনৰ অনুগ্ৰহ হলেহে হয়।” মাধৱদেৱে ক’লে, “ৰৰঠাকুৰ পুৰুষোত্তম গুৰুনাতিৰ পৰা যি য’ত আৱশ্যক বিচাৰ কৰি লব পাৰিলা হেতেন দেখোঁন। গুৰুনাতিত দ্বিতীয় শঙ্কৰ জ্ঞান কৰিব লাগে। পূৰ্বে শ্ৰীশঙ্কৰ গুৰুয়ে আমাতে শক্তি ভক্তি পৰাক্ৰম থৈ বৈকুণ্ঠলৈ যায়। গুৰুবাক্য পালি যথাসাধ্যৰূপে গুৰুভাৰ বহন কৰিলো বহুকালে। তাৰ পিচত ইয়ালৈ অহাৰ আগে আগে কলিবয়াদলৈৰ সভাতে গুৰুনাতিত কণ্ঠমালা দি সকলো শক্তি ভক্তি তেওঁতে সমৰ্পন কৰি দি আহিছো। এতিয়া মোত কি পাবা ? তেওঁৰ পৰাই এতিয়া শক্তি ভক্তি সকলো বস্তু গ্ৰহণ কৰিব পাৰিবা। যি বিচৰা সকলো গুৰুনাতিতে পাবা।” বুঢ়া আতাই ক’লে, বাপ আপুনি বৰ্ত্তমানে আপোনাৰ বাহিৰে আনলৈ যাব লাগে কিয় ? আনত আশা ভৰষা নাই।” মাধৱদেৱ পুৰুষে বুজাই ক’লে মই শ্ৰীশঙ্কৰদেউত গুৰুসেৱা কৈ যি পালোঁ, অনেক শাস্ত্ৰ বিচাৰি যি ৰসতত্ব পালেঁা আৰু পৰমাত্মা ঈশ্বৰ প্ৰভুয়ে দয়া কৰি যি জ্ঞান বুদ্ধি দিলে সকলো নি গোটাই ঘোষা শাস্ত্ৰখনিতে নি একেলগ কৰি থৈছো। এতেকে পদাৰ্থে, ভাৱাৰ্থে, গুহ্যাৰ্থে, নিজাৰ্থে, গূঢ়াৰ্থে, পৰমাৰ্থে অন্তৰ্ঘোষা সৈতে সত্বৰ কৃপাত পাবা আৰু আৰু আমাক তাতে সম্পুৰ্ণে দেখিবা। দশম কীৰ্ত্তন গুৰুজনাৰ মুৰ্তিৰ সমান।

ঘোষা ৰত্নাৱলী আমাৰ থাকিবৰ স্থান। যি ভক্তি কৰিব সকলো ঘোষাতে পাৰ। মহাপুৰুষ গুৰুয়ে গোকুল, মথুৰা, বৃন্দাবন এই তিনিও থানকে আনি তিনিৰাজ্যে থাপি ধৰ্ম প্ৰকাশ কৰিলেহি। তুমি যোৱা মথুৰাপুৰী বৰপেটালৈ। মথুৰাপুৰী তুমি শুদ্ধ কৰিছা, সেয়ে তোমাৰ নাম মথুৰাদাস। আমাক যেনেকৈ কৃত্য সেৱা কৰি সন্তোষ কৰিছা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা। তোমাৰ যশে জগত জুৰিব। বৰপেটা থান মোৰ মথুৰা নগৰ, তাৰ তোমাক মই যুৱৰাজ পাতিলোঁ। শুনা মথুৰা দাস, তোমাক কওঁ পশ্চুকুণ্ডৰ পৰা বৰনদীলৈকে সীমা কৰি এই ঠাই-ডোখৰ এজন শ্ৰেষ্ঠ পুৰুষৰ কাৰণে থলোঁ। বৰনৈৰ পৰা সোন-কোঁহলৈকে এই ডোখৰ মাজৰ ৰাজ্য তোমাক দিলো। সোনকোঁহৰ পৰা কুৰতোৱা নদীলৈকে এই ডোখৰ এই মই বুঢ়া গোটৰ কাৰনে ৰাখিলো।"

গুৰুজনক প্ৰণাম জনাই বুঢ়া আতা মথুৰাদাস ভক্তসহ পুনৰ বৰপেটাধাম প্ৰতিষ্ঠা কৰিবলৈ বৰপেটালৈ ঘূৰি আহে। বুঢ়া আতা প্ৰায় ৪৫ বছৰ কাল বৰপেটা সত্ৰৰ অধিকাৰ পদত থাকি ১৫৬৩ শকৰ আহিন মাহৰ কৃষ্ণা চতুৰ্থী তিথিত পৰলোক গমন কৰে প্ৰায় ১৫১ বছৰ বয়সত। তেওঁৰ স্মৃতিত আজিও বৰপেটা বাসীয়ে বিগলিত কণ্ঠে গায়—

"অ' হৰি এ হে
তিনি ৰাজ্যৰ বন্দনী থান বৰপেটা
এনে থানৰ অধিকাৰী
ভৈলা বুঢ়া আতা ॥"

গুৰুৱে দিয়া ৰূপৰ নাগেৰী টকা দুটা আজিও বৰপেটা সত্ৰত সেৱাৰ বস্তু হৈ আছে। মহাৰাজ নৰনাৰায়ণৰ মোহৰ খতোৱা নাগেৰী টকা দুটা একালে "শ্ৰীশ্ৰীমল্ল নাৰায়ণ ভূপালস্য শাকে ১৪৭৭" আৰু আন ফালে "শ্ৰীশ্ৰীশিৱচৰণ কমল মধু কৰস্য" এই বুলি লিখা আছে।

## ৰামচৰণক কীৰ্ত্তন গোটাবৰ আদেশ

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে মাধৱদেৱ পুৰুষক সিচৰতি হৈ থকা কীৰ্তন পুথি খনি গোটাই একত্ৰ কৰিবলৈ নিৰ্দেশ দি গৈছিল। সেই কামখিনি এতিয়ালৈকে সমাধা হোৱা নাছিল। মাধৱদেৱে বেহাৰলৈ যাত্ৰা কৰাৰ আগে আগে ভাগিন ৰামচৰণ ঠাকুৰক মতাই আনি ক'লে যে শ্ৰীশঙ্কৰ গুৰুৱে পূৰ্বেই আমাক কীৰ্তন গোটাবলৈ দিছিল। গুৰুবাক্য পৰি আছে। গুৰুবাক্য পূৰ্ণ কৰিব পৰা নাই, গতিকে এতিয়া ৰামচৰণেই কীৰ্তন পুথিখন গোটাই একত্ৰ কৰিব লাগে বুলি ক'লে আৰু মাধৱদেৱে কলিয়া দলৈয়ে দিয়া সাতশিৰীয়াদ হমহা সোণৰ হাৰ গছ ৰামচৰণক দি ক'লে যে কামটো সোনকালে সমাধা কৰিব লাগে।

বেহাৰৰ পৰা মথুৰাদাস বুঢ়া আতা ঘূৰি অহাৰ কেইদিন মান পিছতেই ৰামচৰণ বেহাৰ ওলাল গৈ। গুৰুজনক সেৱাকৈ ৰামচৰণে কীৰ্তন পুথিখনি গোটাই অনাৰ সংবাদ দিলে। গুৰুজন পৰম সন্তোষিত হৈ ক'লে ক'ত থৈ আহিছা? ৰামচৰণে ক'লে পুথি খনি আনিবলৈ বলে নোৱাৰি গোটেইখিনি বিজয়পুৰতে থৈ আহিছে। মাধৱদেৱে যদুমণিক মতাই আনি পিচদিনা ৰাতিপুৱাতে লগত দুজন লোক লৈ বিজয়পুৰলৈ পঠালে।

সম্পূৰ্ণ কীৰ্তন পুথিখনি আহি পোৱাত গুৰুজনে শিৰত ধৰি সেৱা কৰি কীৰ্তন ঘৰত থোৱাই দিলে। পিচদিনা কীৰ্তন ঘৰতে পুথি খনি মেলি চাই যি য'ত যেনেকৈ হ'ব লাগে সেইমতেই ৰামচৰণে গোটাই থোৱাৰ কাৰণে ৰামচৰণৰ ভূয়সী প্ৰশংসা কৰিলে। ক'লে "মোৰ গুৰুজনে মোক কীৰ্তন পুথি খনি গোটাব দিছিল। মই নোৱাৰিলো, এতেদিন গুৰুবাক্য পৰি আছিল। এতিয়া তুমি গোটাই আনিছা, সাৰ্থক ভাগিন। মোৰ গুৰুবাক্য তুমিহে ৰাখিলা।"

ৰামচৰণ মাধৱদেৱৰ লগত আৰু দহ বাৰদিন থাকি যাবলৈ ওলাল। বোলে "বৃদ্ধ পিতৃ-মাতৃৰ সেৱা শুশ্ৰূষা কৰিব লাগে। পিতা মাতাৰ বৃদ্ধ কাল আৰু চোৱা চিন্তা কৰিবলৈকো লগত কোনো নাই। মোলৈকে বাট চৈ আছে। মামা আজ্ঞা দিলে মই যাবহে খোজো।" মাধৱদেৱে ক'লে" ৰামচৰণ, এই চিন্তা নকৰিবা। তোমাৰ পিতা মোৰ পৰম উপকাৰী। তেওঁৰ পৰাহে মই শ্ৰীশঙ্কৰ গুৰুক পালো। মই কৈছো আৰু দহ বাৰ বছৰলৈকে তোমাৰ পিতৃ-মাতৃৰ চিন্তা কৰিবলগীয়া একো নাই। মোৰ ইয়াতে আৰু কেইদিন মান থাকা। ভাল লাগিব তুমি লগত থাকিলে।" মোমায়েকৰ কথাত ৰামচৰণ ঠাকুৰ বেহাৰতে ৰৈ গ'ল। মাধৱদেৱ পুৰুষৰ বৈকুণ্ঠ প্ৰয়াণৰ দিনলৈকে।

## বুঢ়া বৰলোক : বুঢ়ীৰ পো গোবিন্দ আতৈ :

বুঢ়ীৰ পো গোবিন্দ আতৈৰ ককাক সুদাম আতৈৰ ঘৰ বৰ কৰৈবাৰীত। সুদাম আতৈৰ জীয়েকৰ নাম ৰতি। বিয়া দিছিল গোবিন্দ পুৰত। গোবিন্দ আতৈৰ নিচেই সৰু কালতেই পিতৃ বিয়োগ হোৱাত মাক পুতেক দুয়ো আহি ককাকৰ তত্বাৱধানত ডাঙৰ দীঘল হবলৈ ধৰে। গোবিন্দ আতাই অলপ ডাঙৰ হোৱাত ককাকে মাক-পুতেক দুয়োকে মাধৱদেৱৰ পাশলৈ লৈ আনে। মাধৱদেৱে দুয়োকো ভনীয়েক উৰ্বশীৰ ভাত থকাৰ দিহা কৰোৱাই দিয়ালে। মাকে ঘৰৰ কাম-কাজ কৰে চোতাল সাৰে আৰু লিপে। পুতেক গোবিন্দ অলপ বুজন হোৱাত মাধৱদেৱৰ আল পৈচান ধৰিবলৈ দিয়ালে যিমান দুৰ পাৰে।

এদিন নাম ঘৰৰ চোতাল সাৰি ককালৰ বিষত গোবিন্দ আতৈৰ মাক বুঢ়ী থৰ লাগিল। অলপ বৈ পোন হৈ বোলে "বান্ধৱ কৃষ্ণ"। মাধৱদেৱে গম পাই শ্ৰীৰাম আতাক মতাই কোৱালে, "বুঢ়ীয়ে ইমান কষ্ট কৰি কিয় চোতাল সাৰিব লাগে? বুঢ়ীয়ে যদি জগত ঈশ্বৰ কৃষ্ণকে বান্ধৱ পালে, বুঢ়ীৰ হতুৱাই চোতাল

সবাম কেনেকৈ ?" বুঢ়ীয়ে ভাবিলে গুৰুজনে কিবা বেয়া পাইছে তেনেকৈ কাম কৰিবলৈ মানা কৰিলে। খেদ কৰি ক'লে মোৰ নিজৰ পাপৰ ফলতহে গুৰুসেৱা কৰিবৰ সুযোগ নেপালো। এইদৰে দহ বাৰ দিন গৈছে বুঢ়ীয়ে আৰু চোতাল সৰা কাম নকৰে গুৰুজনে মানা কৰাৰ কাৰণে। ইপিনে মাধৱদেৱে দেখে চোতাল, খোলা, পিৰালি আগতকৈও পৰিষ্কাৰকৈ সাৰি পোচি লিপি যায় কোনোবাই। মাধৱদেৱে শ্ৰীৰামৰ হতুৱাই পুনৰ কোৱালে বুঢ়ীয়ে ইমান কষ্ট কৰিছে কিয়। বুঢ়ীয়ে ক'লে "গুৰুজনৰ আদেশ অৱজ্ঞা ক'ৰিবৰ মই কোন ? মোক মানা কৰিছে কাম কৰিবলৈ মোক মানা কৰিছে মই কেনেকৈ গুৰুজনৰ পুনৰ অনুমতি নোহোৱাকৈ সেই কাম কৰিম। "মাধৱদেৱে উত্তৰ পাই শ্ৰীৰাম আতাক ক'লে, শ্ৰীৰাম মন কৰিবাছোন কোনে বাৰু ইমান সুন্দৰকৈ কীৰ্ত্তন ঘৰৰ চোতাল পিৰালি সাৰি লিপি পৰিষ্কাৰ কৰি থয়। শ্ৰীৰাম আতাই ৰাতি তিনি পৰলৈকে থাপ দিও কাকো নেদেখি গুৰুজনত জনালে মন কৰিলো কিন্তু কাকো'তো সৰা পোচা কৰা নেদেখিলো। গুৰুজনে কলে "তেন্তে কালিলৈ পুৱতি নিশালৈকে চাই থাকিবা ছোন। কি দেখা কৰাহি।" শ্ৰীৰাম আতাই পিচদিনা পুৱা দোকমোকালিতে দেখে বুঢ়াবুঢ়ী ছুটিয়ে চোতাল ঘৰ সাৰিবলৈ ধৰিছে। তেওঁলোকৰ গাৰ জ্যোতিত শ্ৰীৰাম আতা চক খাই গ'ল। গাৰ নোম শিয়ঁৰি উঠিল। আতা থৰক বৰককৈ উঠি ভয়ে ভয়ে সুধিলে তোমালোক কোন ? কোনে পঠাইছে ? ক'লে "বোপাই আমি কৃষ্ণ আৰু ৰাধা। বুঢ়ীৰ ভক্তিত বশ্য হৈ গাৰ বদলে কাম কৰিছোহি।" এইবুলি থিতাতে দুয়ো অন্তৰ্দ্ধান হ'ল। শ্ৰীৰাম আতাই কঁপি দৰপি গৈ মাধৱদেৱৰ ভৰিত পৰি কলে "বাপ, অদ্ভুত আচৰিত দৃশ্য দেখিলো। কি কম ?" সকলো কথা বিৱৰি কোৱাত মাধৱদেৱে ভক্তি প্ৰেমত বিগলিত হৈ গীত কৰিছে—

"মাধৱৰ নাম বৎস প্ৰায় ভৈল
ভক্তে তাঙ্ক লৈয়া যান্ত
বেদৰ ঈশ্বৰ হৰি ধেনু যেন
তাৰ পাচে পাচে যান্ত ॥"

ক'লে, বুঢ়ীক গৈ কৰাগৈ আগৰ দৰে কাম কৰিবলৈ। বোলে 'বুঢ়ী ৰৰলোক"।

মাধৱদেৱ বৈকুণ্ঠগামী হোৱাৰ পিচত অচ্যুত গুৰু ভেলা সত্ৰৰ অধিকাৰ হয়। তাৰ পাচত বুঢ়ীৰ পো গোবিন্দ আতৈ ভেলা সত্ৰৰ অধিকাৰ হয়। কোচৰজা বীৰনাৰায়নে তেওঁক বৰ ভক্তি কৰিছিল ভেলা সত্ৰ টোবোছা নৈয়ে খহাই নিয়াৰ পিচত বুঢ়ীৰ পো গোবিন্দ অধিকাৰে ৰজাক জনাই মধুপুৰত সত্ৰ পাতিলে গৈ। পূৰ্বে শ্ৰীশঙ্কৰদেৱ মাধৱদেৱ সহ ছকুৰি ভক্তেৰে তীৰ্থলৈ যাওতে সেই মধুপুৰতে মধু ভোজন কৰিছিল ভক্তসমে আৰু শ্ৰীশঙ্কৰদেৱে তেতিয়া কৈছিল যে এই মধুপুৰ পিচত প্ৰকাশিত হৈ বিখ্যাতহ'বগৈ।

'এক পাৰলি বৃক্ষৰ তলে বহি কৃষ্ণ কথা কৈছে গুৰুজনে, গছৰ খোৰোঙ্গে মাখী মৌ পাৰি লৈছে। ছোট আতা বোলে কি পূণ্য ভূমি খানি? হৰি কথা, মধুপান, গুৰু ভক্ত ধূলা পৈল। তেহে মহাপুৰুষ গুৰু বোলে ৰবাপো, তোমাৰ আমাৰ পাচত আতে মধুখুৰ নামে এখানি সত্ৰ হ'ব।'

সেইদেখি ভেলাথান টোবোছাই খহাই নিয়াৰ পিচত মধুপুৰলৈকে সত্ৰ তুলি নিয়া হয়। ৰজাই আগত থাকি ভেলা থানৰ ভেটিৰ মাটি কোৰেৰে ছপৰা ছপৰে খনোৱাই ভৰোৱাই লৈ গৈ মধুপুৰ থানৰ ভেটিত দিওয়াই ধূলাৰ চিন ৰখাইছিল।

**বীৰু কাজীৰ বিদ্বেষ:** বিৰূপাক্ষ বা বীৰু কাজীৰ ভনিয়েকক হাঁহ খোৱা লস্কৰৰ ঘৰত দিছিল। দুয়ো মহাপুৰুষৰ ভক্ত আৰু ভকতীয়া নিয়ম কানুন পালন কৰি চলে অতি নিষ্ঠাভাবেৰে। এবাৰ চ'ত মাহৰ চতুৰ্থীত বীৰুকাজীৰ পিতাকৰ বছেৰেকীয়া পাতে ভনীয়েক ভনীজোৱায়েক দুয়ো আহিছে দ্ৰব্য সম্ভাৰ লৈ। গধূলি ভাত খোৱা সময়ত বীৰুকাজীয়ে দুয়োকো নিজৰ লগত

একেলগে খহিবলৈ ক'লে। তেওঁলোকে ক'লে, "তুমি কোনো শৰণ ধৰ্ম লোৱা নাই পতিকে তোমাৰ লগত বহি একেলগে খাব নোৱাৰোঁ।" বীককাজীৰ বৰ খং উঠিল, বোলে "আগেয়ে দেখোন খাইছিলা এতিয়া নো কি হ'ল যে মোৰ লগত বহি খাব নোৱাৰা হলা! বামুণ হলি নেকি তইঁত?" তেতিয়া তেওঁলোকে ক'লে "আমি মহাপুৰুষক গুৰুমানি তেওঁৰ ধৰ্মক ধৰি কিছু নিয়ম আচৰণ মানি চলো। তুমি অভজনে আছা যেতিয়া অভজনীয়া লোকৰ লগত খোৱা মানা।" বীককাজী খঙত কদ্ৰ ৰূপ লৈ অঙ্গীকাৰ কৰিলে "কামৰূপৰ মহাজনক নেখেদো মানে মোৰ শান্তি নাই। বোলো সেয়েহে অসম কামৰূপত থাকিব নোৱাৰি নিজদেশ এৰি হাজোৰ মহাজন বেহাৰ পাইছেহি। চাওঁ কেনেকৈ ইয়াত থাকে? কি বৰ ধৰ্মপ্ৰৱৰ্ত্তাইছে যে তেওঁৰ ধৰ্ম ধৰিলে ভনীয়েকে ককায়েকৰ লগত বহি একেলগে খাব নোৱাৰে?"

বীককাজীয়ে মাধৱদেৱক পূৰ্বে হিংসা কৰা ৰাজসভাৰ ব্ৰাহ্মণৰ বুদ্ধি ভৰষা ললে। তেওঁক মাতি আনি একাদশীৰ দিনা চিৰাকল ভোজন কৰাই টকা পাঁচোটা দক্ষিণা দি সন্তুষ্ট কৰি ৰজা মন্ত্ৰীৰ আগত মাধৱদেৱৰ বিপক্ষে খল দিবলৈ ক'লে। সেই অনুক্ৰমে বামুণে গৈ ৰজা মন্ত্ৰীৰ আগত মাধৱদেৱৰ বিপক্ষে কুট প্ৰচাৰ কৰিলেগৈ। বোলে 'হাজোৰ মহন্তই ৰজা, শাস্ত্ৰ, ব্ৰাহ্মণ একো নেমানে। দেৱী দুৰ্গা, শৰৎ কালীন মহামায়া গোঁসানীক নেমানে আৰু নুপুজে। গঙ্গা, গীতা, তুলসী, শালগ্ৰাম, শ্ৰাদ্ধবিধি একো নেমানে। পিতা-পুত্ৰ, ভাই-ভনীৰ একে লগে খোৱা নিষেধ কৰিছে। সন্ধ্যা, আহ্নিক, গায়ত্ৰী সকলো লোপ কৰি দেশত অনাচাৰ প্ৰৱৰ্ত্তাইছে। মালাৰ মেৰু গুচালে আৰু স্বয়ং মহেশক জড় অংশ বোলে। দেশত এনে অনাচাৰ কেনেকৈ সহ্য কৰিব পাৰি? এনে অনাচাৰৰ ফলত দেশত ৰজাৰ ছত্ৰভঙ্গৰ যোগ উপস্থিত হয়। শাস্ত্ৰ মন্ত্ৰী নাশ হয়। দেশ ভাঙি ছাৰখাৰ হয়।

এজেককে মহাৰাজে যথোচিত ব্যৱস্থা হাতত লব লাগে।" মহাৰাজ নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণ ৰজাই বীৰ মন্ত্ৰীৰ হতুৱাই মাধৱদেৱক ৰাজসভালৈ মতাই নিয়ালে। গুৰুজন ৰামচৰণ আৰু শ্ৰীৰাম আতাৰে সৈতে ভক্তসমন্বিতে ৰাজদৰবাৰলৈ বুলি ওলাই গৈছে। বাটত চৌৰাছাবৈ। গুৰুজনে নাৱত এটি ভৰি দি আনটি পাৰ তুলিছেহে, এনেতে যদুমণি আতৈয়ে নবালবিকৈ ভৰিত জল দি চৰণামৃত অঞ্জলী ভৰাই পান কৰিলে। দেখি শ্ৰীৰাম আতাই ঘোষা মাতিলে।

"মাধৱৰ কণ্ঠা দুই চৰণে ধৰিয়া।
ৰাম নাম ৰস পিও অঞ্জলি ভৰিয়া॥"

ভক্তসহ মাধৱদেৱ পুৰুষ গৈ ৰাজসভাত উপস্থিত হ'লগৈ। ৰজাৰ চ'ৰাঘৰ আগৰে পৰা ৰাজপণ্ডিত মাধৱ ভট্টাচাৰ্য্য আসন ভিৰি বহি আছে। বীৰকাজীয়ে মাধৱদেৱক তেওঁৰ লগতে বহিবলৈ নিৰ্দ্দেশ দিলে। গুৰুজনে ক'লে, 'তেখেত নিৰ্বিশেষ নিৰ্বিষয় উদাস বিপ্ৰ। আমি তেওঁৰ লগত কেনেকৈ সমানে বহিম। আমাৰ ভাৰ্য্যা-পুত্ৰ, ভাতৃ বন্ধু সকলো বিদ্যমান।" বীৰ কাজীয়ে তপৰাই ক'লে, আপুনি নিজে দেখো উদাস। মাধৱদেৱে পুৰঞ্জনী আখ্যা লেখে আশ্ৰমী উদাসৰ কথা বুজাই দিয়াত বীৰকাজীয়ে মাধৱদেৱক বেলেগ কমলি পাৰি বহুৱালে। গুৰুজনে মনে মনে ভাবিলে, বামুণ বাদে আৰু আমাক নেৰিলে বৃদ্ধকাললৈকে।

মাধৱদেৱে আসন গ্ৰহণ কৰাৰ পিচত ৰজাই মাধৱদেৱক অতি শ্ৰদ্ধা সহকাৰে সুধিলে, বোলে 'আপোনাৰ গুৰু কোন?" গুৰুজনে উত্তৰ দিলে "আমাৰ গুৰু শ্ৰীশঙ্কৰদেউ, যি গৰাকী জগতগুৰুৱে হৰি নাম ৰস প্ৰেম অমৃতৰ নদী বৈকুণ্ঠৰ পৰা ভাঙি জগতলৈ বোৱাই আনিছে, জগতৰ প্ৰাণীৰ কল্যাণৰ হকে। ঘোষা মাতিলে—

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।

শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥
হৰি ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
ৰাম নাম ৰত্ন বিকায়া জগতে
চলয় বৈকুণ্ঠ পুৰী ॥
শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ
জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু ॥"

মাধৱদেৱৰ সুললিত কণ্ঠত ঘোষা শুনি সকলো সভাসদ ভক্তিভৰে স্তব্ধ হৈ নিমাত হৈ ৰ'ল।

ৰজাই ক'লে "অ' তাহানি আমাৰ বাল্যকালত পিতৃৰজা মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত শ্ৰীশঙ্কৰদেউৰ লগত মহাৰাজে শাস্ত্ৰ আলাপন কৰি থকা দেখিছিলো। অলপ অলপ মনত আছে। ৰাজসভাত শ্ৰীশঙ্কৰদেউ আহি প্ৰৱেশ কৰিলে সকলো সভাসদ উঠি থিয় দিয়ে আৰু মহাৰাজে নিজে আসন দেখুৱাই বহিবলৈ কয়। ৰাজ সভাত উপস্থিত হ'লে সকলো সভাসদ থিয় দিলে শ্ৰীশঙ্কৰদেউ সকলোতকৈ এহাতমান ওখহৈ সিংহৰ দৰে জ্যোতি প্ৰকাশি ওলায়। আপোনাৰ অতি বিশিষ্ট গুৰু।"

ৰজাই মাধৱদেৱক সুধিলে, "আপোনাৰ নিজৰ বিষয়ে কওক-চোন ক'ত কেনেকৈ কাল কটালে।" গুৰুজনে উত্তৰ দিলে "সককালতে পিতৃ-মাতৃৰ লগত থাকি খেতি খোলাৰ লগতে শাস্ত্ৰ অধ্যয়ন কৰিলো। শ্ৰীশঙ্কৰ গুৰুৰ কৃপাত যুবা কালতে তেওঁৰ শ্ৰীচৰণত থাকি সেৱাকৈ শাস্ত্ৰ পঢ়িলো। অনেক শাস্ত্ৰ অধ্যয়ন কৰিলো শ্ৰীশঙ্কৰ গুৰুৰ কৃপাত। মধ্যম কালত অনেক শাস্ত্ৰ মন্থন

কৰি শ্ৰীগুৰুৰ কৃপাত তাৰ ৰসতত্ত্ব বিচাৰিলো আৰু বহুশাস্ত্ৰ প্ৰণয়ণ কৰা হ'ল আৰু হৈ আছে। মহাপুৰুষ শ্ৰীশঙ্কৰগুৰু বৈকুণ্ঠগামী হোৱাত আমাৰ ওপৰতে সকলোখিনি গুৰুভাৰ ন্যস্ত হ'ল। এতিয়া সেই মহা গুৰুভাৰ বহন কৰি ফুৰিছো। তুলিবই নোৱাৰো এনে মহা গুৰুভাৰ। এতিয়া আমাৰ বৃদ্ধ কাল হ'লহি গুৰুচৰণ চিন্তা কৰি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেউৰ নিৰ্দ্দেশ পালন কৰি শাস্ত্ৰ আলোচনা কৰি গুৰুধৰ্ম প্ৰসাৰ ও প্ৰচলন কৰি দেহা পেলাব পাৰিলেই হয়।"

তেতিয়া মাধৱ ভট্টাচাৰ্য্যই সুধিলে 'আপোনালোকে হেনো শৰৎকালীন দেৱী পূজা নকৰে ?"

মাধৱদেৱে ঘপৰাই উত্তৰ দিলে—"আমি একশৰণ ভাগৱতী ধৰ্ম আচৰণ কৰো। এক ঈশ্বৰ কৃষ্ণদেৱেই আমাৰ পূজ্য। আনত কিয় পূজিম ? আৰু কলি কালত হৰি নামেই মূল ধৰ্ম—

"ধ্যানম সত্যযুগে বিষ্ণু
ত্ৰেতায়াম যজ্ঞ সাধনম।
অৰ্চ্চনম দ্বাপৰ যুগে
হৰি নামে কলৌমুনে॥"
কলি যুগত 'হৰিনামৈৱ কেৱলম'।
"সৰ্ব তীৰ্থ শিৰোমণি নামধৰ্ম সাৰ
নামৰ কিঙ্কৰ তীৰ্থ যজ্ঞ ব্ৰতাচাৰ।"

তাকে মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে নানা শাস্ত্ৰ মন্থন কৰি হৰিৰ নিৰ্মল ভকতি প্ৰকাশ কৰি গৈছে। "একদেৱ একসেৱ, এক বিনে নাহি কেৱ।" গীতাৰ মুল শিক্ষাও একশৰণ—

"পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰে
লোকক কৰিয়া দায়া।

হৰিৰ নির্মল ভকতি প্ৰকাশ
কৰিলা শাস্ত্ৰক চায়া ॥"

সেয়ে শ্ৰীশঙ্কৰ গুৰুৰ নির্দেশ
"ৰাম কৃষ্ণ হৰি নাম সৰ্ব ধৰ্ম অনুপাম
সকল নিগমে তত্ত্ব সাৰ ॥"

পৰমেশ্বৰৰ তত্ত্ব কথা সকলো নিগম শাস্ত্ৰৰ সাৰ হৈছে পৰমাত্মা বা ভগবানৰ ৰাম কৃষ্ণ হৰি আদি নামকীৰ্তন। এই নাম ধৰ্মক আন কোনো ধৰ্মৰ লগত তুলনা কৰিব নোৱাৰি। ই সকলো ধৰ্মতকৈ শ্ৰেষ্ঠ। ৰাম নামেই কলি যুগত মুক্তি লাভ কৰিবৰ এক মাত্ৰ উপায়। হৰিনামৰ বাহিৰে কলিৰ লোকৰ অন্য গতি নাই।

"কলৌ হৰিৰ্নামেৱ হৰিৰ্নামেৱ কেৱলম।"

এই নাম ধৰ্ম লবলৈ কোনো বিশেষ বিধি ব্যৱস্থাও নাই, কোনো সময় অসময় নাই আৰু পৰমেশ্বৰৰ নাম লবলৈ আন আন ধৰ্ম কাৰ্য্যৰ দৰে আগদিনাৰ পৰাই ব্ৰত উপবাস কৰি সুচি সংযমন হৈ থাকিববো আৱশ্যক নাই।

"ন কাল নিয়মঃ কশ্চিন্নদেশ নিয়মস্তথা।"

সেয়ে আমি কৈছো—

"হৰি নাম কীৰ্তনৰ নাহি কাল দেশ পাত্ৰ
নিয়ম সংযম একো বিধি
হৰিত শৰণ লৈয়া কেৱলে হৰিৰ নাম
কীৰ্তন কৰন্তে হোৱে সিদ্ধি ॥"

এয়ে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ একশৰণ ভাগৱতী ধৰ্মৰ মূলভেটি। ভাগৱতী ধৰ্মৰ ঈশ্বৰো দৈৱকী নন্দন কৃষ্ণদেৱ। আৰু শাস্ত্ৰও একেখানি। দৈৱকী নন্দন দেৱৰ শ্ৰীমুখ নিসৃত গীতা শাস্ত্ৰখানি।

"একম শাস্ত্রম, দৈৱকী পুত্র
গীতো একো দেৱো, দৈৱকী পুত্র এব।
কৰ্ম্মোপেক্যং তস্য দেৱস্য সেৱা;
মন্ত্রোঽ পেক্যং তস্য দেৱস্য নামঃ।"

তাকে আমি আমাৰ ৰচিত ঘোষা শাস্ত্রত কৈছো—

'একেখনি মাত্র নিষ্ঠ শাস্ত্র
দৈৱকী নন্দনে কৈলা যাক
দেৱো একমাত্র দৈৱকী দেৱীৰ সুত
দৈৱকী পুত্ৰৰ পদ সেৱা কৰ্ম্মো একো এহি মানে মাত্র
মন্ত্রো একো তান নাম মাত্র অদভুত ॥"

এই হৰি নামে অন্য জাতিকো মুক্তি দিয়ে। এই হৰি নাম গাবো ভোট যৱন সকলোৰেই লয়। জাতিভেদ নমনা আন আন শ্ৰেষ্ঠ ধৰ্ম প্ৰচাৰক সকলেও ঈশ্বৰৰ নামেই শ্ৰেষ্ঠ প্ৰতিপন্ন কৰি গৈছে। আৰু যুগ ধৰ্ম হিচাবেও চাওক—

"কৃতে যদ্ধ্যায়তো বিষ্ণু; ত্ৰেতায়াং অজতো মখৈঃ
দ্বাপৰ পৰিচৰ্য্যায়াং কলৌ তদ্ধৰি কীৰ্তনাৎ।"
"সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ যুগত পূজা
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আৰৰ নাহিকে দুজা ॥"

লোকৰ তেজ, বল, বুদ্ধি, আয়ুস অনুযায়ী সত্য যুগত ধ্যান, দ্বাপৰত পূজা আৰু ত্ৰেতা যুগত যজ্ঞ কৰি ঈশ্বৰ আৰাধনা কৰা ব্যৱস্থা আছিল। কিন্তু কলিৰ অল্পায়ু লোকৰ নিমিত্তে সহজ সাধ্য হৰি নামৰ বাহিৰে ভগৱৎ প্ৰাপ্তীৰ আৰু দ্বিতীয় উপায় নাই। "হৰিৰ্নামৈৱ কেৱলম্, কলৌ নাস্ত্যেব নাস্ত্যেব নাস্ত্যেব গতিৰ ন্যথা।"

এতেকে— "কলিত হৰিৰ কীৰ্ত্তন বিনায়

অন্যত্র ধর্ম্ম আচৰে
মিছাতে কেৱল শ্ৰম মাত্ৰ পাৱে
একোৱে ফল নধৰে ॥"

মোৰ শ্ৰীশঙ্কৰ গুৰুয়ে সকলো শাস্ত্ৰ মন্থন কৰি নিৰ্দ্দেশ দি গৈছে—

"সকল নিগম কল্পতৰু, তাৰ ফল মহাভাগৱত।
সেহি ফলৰস, হৰি গুন যশ পিয়োক সাধু সন্তত ॥"

পৰম কৃপায় শ্ৰীশঙ্কৰ গুৰুয়ে জীৱৰ প্ৰতি পৰম কৃপালু হৈ বেদ বেদান্ত সকলো শাস্ত্ৰ মন্থন কৰি হৰিৰ পবিত্ৰ ভক্তিৰস উলিয়াই লোক সমাজত প্ৰকাশ কৰি গৈছে আৰু সেই পবিত্ৰ নিৰ্ম্মল ভক্তিৰস প্ৰচাৰৰ ভাৰেই আমাৰ ওপৰত পৰিছে আৰু আমিও সাধ্যানুসাৰে সাধুসন্ত সমন্বিতে গুৰু আদেশ পালন কৰি চলিছো।

পূজা সেৱা বলি বিধানৰ বিষয়ে পৰম কৃপালু গুৰু শ্ৰীশঙ্কৰে আগেয়ে মহাৰাজৰ পিতৃ বজাত কৈ গৈছে—

"অন্য দেৱী দেৱ নকৰিবা সেৱ
মুৰ্ত্তিকো নচাইবা তাৰ।
গৃহো নপশিবা প্ৰসাদো নখাইবা
হৈব ভক্তি ব্যাভিচাৰ ॥"

গীতা শাস্ত্ৰৰো মত একেই। গীতাৰ মূল মন্ত্ৰ বা শেষ সিদ্ধান্ত একশৰণ।— "এক কৃষ্ণদেৱ কৰিয়োক সেৱ
ধৰিও তাহান নাম।"

বিশেষতঃ বেদ বেদান্ত উপনিষদত কলিযুগত একমাত্ৰ বিষ্ণুতেই পূজা সেৱা আছে। তেওঁক পূজিলেই সকলোকে পূজা কৰা হয়। পৃথকে পূজিলে কোনেও সেই পূজা গ্ৰহণ নকৰে।

"কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়
পৃথকে পূজিলে পূজা কেহোঁ নাপাৱয় ॥"

এতেকে আমাৰ কাৰণে একশৰণ ঈশ্বৰ কৃষ্ণৰ ধৰ্ম ধাৰণ কৰি নানান দেৱদেৱী পূজা কৰাৰ প্ৰশ্নই নুঠে।" গুৰুজনে এটি দৃষ্টান্ত দিলে ভিক্ষুক গৃহৰ পুৰুষে যেয়ে যি বিচাৰে তাকে দিব পাৰে, কাকো সুধিব নেলাগে তাৰ কাৰণে; কিন্তু তেওঁৰ পৰিবাৰে বা পুত্ৰ কন্যাই কিবা বস্তু কাৰোবাক দিবৰ কাৰণে ঘৰৰ মুৰব্বী গৃহস্থ জনক সুধিহে দিব পাৰে। এতেকে গৃহস্থক বাদ দি কি ভৰযাত ঘৈণীয়েকৰ ওচৰত হাত পাতিব? আৰু যে ব্ৰাহ্মনে প্ৰশ্ন তুলিছে মহেশ জড় নে চৈতন্য নে পূৰ্ণ? মহেশ জানো নাৰায়ণৰ অংশ নহয়? নাৰায়ণৰ কৃপাত আৰু তেওঁৰ ইচ্ছাতহে মহেশ চৈতন্য হয়। মহেশৰ মোহ বিৰু বিদ্যমান। মোহিনীৰ আতুৰত তেওঁৰ ভ্ৰম হোৱাকে আদি কৰি নানান পুৰান কাব্যত কাহিনীৰে মহেশক জড় অংশ বুলি দেখুৱালে। তাৰ পিচত মালাত মেৰু দিয়া সম্পৰ্কত ক'লে যোলনমীয়া চৈতন্য পন্থীৰ হে এনে প্ৰথা আছে আমাৰ নাই। আমি কিয় দিম? আৰু পূৰ্বে এই ৰজাৰ পিতৃ মহাৰাজৰ সভাতে মহাপুৰুষ শ্ৰীশঙ্কৰ গুৰুয়ে বহু পণ্ডিত ব্ৰাহ্মণক যুক্তি তৰ্কেৰে হৰুৱাই নিজকে জগত গুৰু ৰূপে স্থাপন কৰি থৈ গৈছে। চন্দ্ৰ বিপ্ৰ, তৰ্ক বিদ্যাপতি, ভানুভট্টাচাৰ্য্য, ৰাঘৱ আচাৰ্য্য, সৰস্বতী, শ্ৰীকান্ত, গজেন্দ্ৰ, মাধৱ, ৰামচৰণ, মহাদেৱ, কামদত্ত, বিষ্ণুদত্ত, নাৰায়ণ, গোপাল, কালিদাস, সূৰ্য্য বিপ্ৰ, ভানু, হৰিহৰ, চন্দ্ৰচুড়া, চুৰামনি, জ্যোতিন্দ্ৰ, তিলকচন্দ্ৰ, নৰোত্তম, চন্দ্ৰখড়ি, সূৰ্য্যখড়ি, সূৰ্য্য শৰ্মা, বিজয়খড়ি, উদয়খড়ি, দিবাকৰ, কামখড়ি আদি পণ্ডিত বিপ্ৰ সকলে গুৰুজনাক গুৰুমানি লৈছে। তোমালোকৰ যি পণ্ডিতালি দেখিছো আৰু কুৰি বছৰ পঢ়িলেও পঢ়াব পাৰো। অযথা কিয় ইমান তৰ্ক কৰিছা একো শাস্ত্ৰজ্ঞান নোহোৱাকৈ?"

মাধৱদেৱ ব্ৰাহ্মণ সকলৰ মিছা তৰ্ক বাদত দুখ পাই ঘৰলৈ উলটিল। বীৰুকাজীয়ে সসম্মানে গুৰুজনক ভক্তসমে নিজ বহাত

থৈ গৈছেহি। ৰামচৰণে গুৰুজনক ক'লে "মামা বীৰুকাজীয়ে আমাৰ অনিষ্ট কৰিবলৈ উঠি পৰি লাগিছে, এনেদৰে কোনে বাক বিতণ্ডা কৰি থাকে? মাধৱদেৱে ঈষৎ খং খাই ক'লে, "ৰামচৰণ এনেয়ে তোমাক ইমান কষ্ট কৰি পঢ়ালো শুনালো। সাধাৰণ ব্ৰাহ্মণৰ তৰ্ক বিবাদলৈ ইমান ভয়নে?"

**ভক্তৰ পৰীক্ষা:** বীৰুকাজীয়ে গুৰুজনক নানাপ্ৰকাৰে চান্দিও ৰাজসভাত ব্ৰাহ্মণৰ লগত তৰ্কবিবাদত পেলায়ো একো লঘু কৰিব নোৱাৰাত পুনৰ ৰজাত গৈ কুট লগালে, "মহাৰাজ, ৰাউসীৰ মহন্তই সভাত পণ্ডিতক মুখেৰে মাতিব নোৱাৰা কৰিলে কি হব? দেশত ঠিকেই অন্যায়, অনাচাৰ, ব্যভিচাৰ চলিছে। ব্ৰাহ্মণ পণ্ডিতে পুনৰ কৈছে দেশত বেদ বিহিত ধৰ্ম এৰি মানুহ অনাচাৰে চলিলে দেশৰ অমঙ্গল হ'ব। ৰজাৰ অমঙ্গল হব। যদি হৰি নাম কীৰ্ত্তনেই সকলো দিব পাৰে, এবাৰ মাধৱৰ মতেই হৰিনাম ললেই সকলো হয় নে নহয়, সচাকৈয়ে মাধৱে দেশত ধৰ্মপ্ৰবৰ্ত্তাইছে নে অধৰ্ম হে প্ৰবৰ্ত্তাইছে, নাই বেশ ধৰিছে, মাধৱৰ ভকত যদি আমাৰ পৰীক্ষাত উত্তীৰ্ণ হয় তেতিয়া জানিম মাধৱৰ ধৰ্মইহে শুদ্ধ ধৰ্ম। নহলে অনাচাৰী প্ৰতিপন্ন হব।" ৰজাই বীৰুকাজীৰ কথা মানি 'সেয়ে হওক' বোলাত বীৰুকাজীয়ে বুঢ়াৰ পো গোবিন্দ আতৈ আৰু কেৱলীয়া কৃষ্ণাই আতৈক ছুপৰীয়া নাম গোৱাৰ পিচতে ৰাজ সভালৈ বুলি ধৰাই নিয়ালে। দুয়ো শঙ্কিত মনে গুৰুজনৰ অভয় পদত সেৱাকৈ বিদায় লোৱাত গুৰুজনে ক'লে।

"নামৰ সঙ্গাত ক্ৰুৰ বীৰুৰ বচনে
আন বুলি আন কৰে অসতী দুৰ্জ্জনে।"

"তোমালোকে ঈশ্বৰ স্মৰি নিৰ্ভয়ে যোৱা। মোৰ মহাপুৰুষ গুৰুজনে তোমালোকক ৰক্ষা কৰিব। দুষ্ট বীৰুকাজীয়েহে তোমালোকক পৰীক্ষালৈ নিছে, চাৱা ঈশ্বৰক চিন্তি যেন বিৰুসাগৰত ধৰ্মবস্তু বৈ

আছে।" গুণ্ডজনে তেতিয়া ঘোষাৰ পদ শুনাইছে—

"যিটো জনে শুদ্ধ ভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ প্ৰসাদে সিটো বিপ্নিৰ মুণ্ডত ভৰি
দিয়া হৰি গুন গাইয়া নাচে॥"

গোবিন্দ আতৈ আৰু কৃষ্ণাই আতৈ দুয়ো ভক্তগৈ বীৰকাজীৰ আগত ঠিয় হ'ল গৈ। বীৰকাজীয়ে দুয়োকো নি ৰাজ চ'ৰা পোৱালে। ৰজা প্ৰজা সকলো চ'ৰাত ভিৰ দি আছে। বীৰয়ে নিজৰ পাণ্ডৰিটো কলহ এটাৰ ভিতৰত মেৰিয়াই সুমোৱাই থৈ থৈ তাৰ ওপৰত সাত তৰপ তুলাপাতৰে বান্ধি লাৰে চাব মাৰি দুয়ো ভকতৰ আগত থোৱালে নি। আগত মুখ বন্ধ কৰা কলহ-টোৰ পিনে আঙুলিয়াই দুয়ো ভকতক সুধিলে "ৰজাই ইচ্ছা কৰিছে জানিবলৈ, তোমালোকে কোৱা এই কলহটোৰ ভিতৰত কি আছে ?" দুয়ো ভকতে ক'লে "মহাৰাজ কলহৰ ভিতৰত কি আছে আমি কেনেকৈ জানিম ?" বীৰকাজীয়ে খং কৈ ক'লে নিজকে বৰ ভকত বোলাই দেশত অনাচাৰ কৰি ফুৰিছাহঁক, এতিয়া কৈছা ইয়াৰ ভিতৰত কি আছে কেনেকৈ ক'ম ? কেলেই আগৰ ভক্ত সকলে দেখোন ভূত, ভবিষ্যত সকলো কৈছিল। তোমালোকে দেখোন নিজকে শুদ্ধ হৰিৰ ভকত মহন্ত বুলি বৰাই কৰি ফুৰা। সামান্য কলহ এটাৰ ভিতৰত কি আছে তাকে কব নোৱাৰানে ? কি ? ভূত ভবিষ্যতৰ বিষয়ে যদি কোনো জ্ঞানেই নাই। তেন্তে তোমালোকে বৰ নিজকে হৰি ভকত বুলি বৰাই কৰি ফুৰি দেশত অন্যায় ব্যভিচাৰ আনিছা কিয় ?" সভাৰ সকলোৰে থৰ দি দুয়ো আতৈৰ মুখলৈ চাই আছে। দুয়ো অন্তাহি হৈ ভাবিলে আজি সৰ্বনাশ হলো। গুৰুজনে বা কি বোলে ? ক'লে "আমাৰ মনে বুজিয়ে নপৰ্শে, কাজেহি পালেহে আমাৰ।" বীৰকাজীয়ে ক'লে, "কি কালে বুজিলি ?" "বোলে হয়।" "বাৰু তেন্তে মুখ

মেলি চা" বুলি কলহৰ লাৰ চাব খুলি মেলোটেই দেখে দুহাত মান কেঁচ তুলি প্ৰকাণ্ড সাপ এটা কোঁচ-কোঁচাই উঠিল। ৰজাৰ মনত শঙ্কা হ'ল। বীৰকাজী ভয়ত উফৰি পৰিল। সভাৰ লোক কি কৰো কেনি যাও বুলি পলাবলৈ ধৰিলে। বীৰকয়ে ভয়ত কপি কপি ক'লে আতৈ পুনৰ স্নুমুৰাই বান্ধি দিয়া। দুয়ো আতৈয়ে মহাপুৰুষ গুৰুৰ অভয় চৰণ স্মৰণ কৰি, "ৰাজ আজ্ঞা বৰ লাগে। গুৰু ধৰ্মও বৰ লাগে। সোমাই থোৱা" বুলি কওঁতে সাপটো কলহটোৰ ভিতৰলৈ সোমাই গ'ল। পিচে ভালকৈ মুখ বান্ধি থলে। ৰজাই আচৰিত হৈ ক'লে, "তোমালোক ভকত ধন্য তোমালোকৰ নাম ধৰ্ম সত্য, তোমালোকৰ গুৰু সত্য। সত্ গুৰুৰ কৃপাত ভাল চাউল খাইছাহঁক। তোমালোক যোৱাগৈ" বুলি দুয়োকো সম্মানেৰে দুটিকৈ ৰূপৰ টকা আৰু দুচক আৰৈ চাউল সিধা দি পঠাই দিলে। পিচত ৰজাৰ মানুহে দা, জোং, জাঠি লৈ কলহৰ মুখখন অতি সন্তৰ্পণে চাই দেখে কলহৰ ভিতৰত বীৰ-কাজীৰ পাগুৰিটোহে আছে। সকলো আচৰিত হ'ল। দুয়ো ভক্ত গৈ গুৰুজনক সেৱা জনাই আদ্যোপান্ত বিবৰি ক'লে। গুৰুজনে ক'লে "মোৰ মহাপুৰুষ গুৰুয়ে আপোনাৰ ধৰ্মবস্তু আপুনি কিয় নাৰাখিব ? সেৱকৰ বাক্যত পূৰ্বে প্ৰহলাদৰ বাক্য ৰাখি নাৰায়ণ স্ফটিকৰ স্তম্ভতে বেকত হৈছিল। ভীষ্মৰ বাক্যত নিজে চক্ৰ ধৰিছে।" আনন্দত অশ্ৰু বৈ গৈছে গুৰুজনৰ ভক্ত পৰীক্ষাত উত্তীৰ্ণ হোৱা দেখি। সেই বেলা ঘোষা কৰিছে—

"জ্ঞানে বা অজ্ঞানে মাধৱৰ নাম
যি জনে ফুৰে স্নুমৰি।
তাক মোৰ বুলি হাতে অস্ত্ৰ তুলি
ৰাখিয়া ফুৰন্ত হৰি ॥"

## লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱক কোচৰাজ্যৰ অধিকাৰ পাতে

আৰু এবাৰ ৰজাই নিজৰ বংঘৰ ফুলনি বাৰীলৈ বুলি গুৰু-জনক মাতি পঠিয়াইছে। আইধাইয়ে গম পাই ৰজাত ক'লে গুৰুজনক মাতি পঠাইছা হয় কিন্তু বহুতো বামুন পণ্ডিত আনি অযথা তর্ক বিতর্ক কৰোৱাই নেথাকিবা। সঁচাকৈয়ে কিবা জানিবৰ হ'লে গুৰুজনক নিৰলেও মাতি সুধিব পাৰি। ৰজাই দুজন ব্ৰাহ্মণ আৰু দুজন ভকত মতালে। দুই ভট্টাচাৰ্য্যই একেলগে গুৰুজনক সুধিলে—"মহাশয়, কোন যুগৰ কি নাম, কি পূজা, কি বেদ ?" গুৰুজনে এটা ফকৰা যোজনা দিলে—

সত্য, ত্ৰেতা, দ্বাপৰ, কলি
এই চাৰ যুগ গাৰ মলি
কথা থৈছোঁ বোকণ্ডি ভৰি
সবে যুগ পূজা মন্ত্ৰ বৈছে সম্বঙ্গত ঋৰি
এই চাৰি যুগৰ কথা নোসোধো তোত।
উপৰ চাৰি যুগৰ কথা কৈদে মোত॥

শুনি দুই পণ্ডিত ভট্টাচাৰ্য্য হতভম্ব হ'ল।

ৰজাই সুধিলে "বাপ, শৰৎ কালত দেৱী পূজা কৰা যায় নে নেযায় ? গুৰুজনে উত্তৰ দিলে বোলে" আমি চণ্ডী পূজিব নোৱাৰো আৰু মোৰ গুৰু শ্ৰীশঙ্কৰদেউৰ মহাপুৰুষে কৈ গৈছে—

'হংস ছাগ কাটি দেৱক পূজয়
বধিবে কৰ্দম কৰে
সিয়ে যায় স্বৰ্গ নৰকত কোন পৰে ?'

বজাই ভট্টাচাৰ্য্যক সুধিলে, 'আপোনালোকে কি কয় ?' ব্ৰাহ্মণে 'হয়' বুলি ক'লে। বজাই গুৰুজনত যি সোধে আৰু গুৰুজনে যি উত্তৰ দিয়ে ব্ৰাহ্মণ দুয়োজনে তাৰ সকলোখিনি হয় বুলি কয়। বজাই তেতিয়া বীৰুকাজীক সুধিলে মহাজনে যি কয় তাকে দেখোঁন আমাৰ পণ্ডিতেও হয় বুলি কয়। বীৰুকাজীয়ে ক'লে "মই কোচ মেচ মানুহ কি জানো? মানুহে যি কয় তাকেহে কও মই।"

আইধাইয়ে বজাত ক'লে এতিয়া বীৰৰ মন বুজি পাইছা ? বজাই গুৰুজনাত সুধিলে "আপুনি নিজে সংসাৰ নকৰিলে কিয় ? আপোনাৰ পন্থত কি বিয়া বাৰু সংসাৰ কৰিব নোৱাৰে নেকি ?" গুৰুজনে উত্তৰ দিলে "সিংহই বাৰ বছৰতহে পোৱালী দিয়ে। ছাগলী ঘনচিৰিকাই দিনে ৰাতি শৃঙ্গাৰ কৰি পোৱালী জগায়। মোৰ ভক্তবস্তু বিংহৰ দৰে আৰু ভক্তি কাম ক্ৰোধৰ বাহিৰ। তথাপি যাৰ মন যায় তেওঁ বিবাহ কৰিব পাৰে।" গধুলি বজাই গুৰুজনাক সশ্ৰদ্ধা বিদায় দিলে। গুৰুজনক বজাই মান্য কৰাৰ মনে মনে লাজ পাই বীৰুকাজীয়ে মাধৱদেৱৰ প্ৰতি অসূয়া ভাব এৰিলে। বজাইও আজ্ঞা কৰিলে, দেশত যিমান সত্ৰ, মহন্ত আছে সবৰে ওপৰত মাধৱদেৱ অধিকাৰ হ'ব।

গুৰুজনে মধুপুৰলৈ উলটি আহি ভকত সকলক ক'লে বজাই মোক এইবাৰ গৰখীয়া পাতিলে আৰু ক'লে ভকত সকলৰ যাৰে ঘ'ত বিবাহ কৰিবৰ ইচ্ছাও আছে মই যোগাৰ কৰি দিম সকলো। তেহে হৰিহৰ আতা, জনাৰ্দন আতৈয়ে গুৰুজনৰ পৰা ব্ৰত্যৱস্তু নি বিবাহ কৰিছে।

লক্ষ্মীনাৰায়ণ বজাৰ ছকুৰি মাদৈ। সকলোৱে আহি গুৰু-জনত ভকত হয়হি। সিবিলাকত মেধি পাতিলে তেলি কৃষ্ণ আতৈৰ পত্নী আই দয়ালক। আই দয়ালে মাদৈ সকলক নাম ঘৰত বহুৱাই ঘোষাকীৰ্ত্তন শিকাই নাম প্ৰসঙ্গ কৰে নিতে।

বজাই আইধাইক সাতখনি গাঁও দিছিল চলিবলৈ বুলি। আইধাইয়ে এদিন বজাক ক'লে, বাক, মোক আৰু দুখনি গাঁও দিয়া। বজাই সুধিলে সাতখনি গাঁওৰ কৰকাঞ্চন ইমান টকাৰে নো কি কৰা যে আৰু দুখন গাঁও লাগে? বজাই ক'লে 'অ' তুমি উদাসীন পুহিবলৈ লৈছা? উদাসীনে কি কৰিব? আগৰ ভক্ত সকল চাৰি সিদ্ধ. নাৰদ, প্ৰহ্লাদ, শুক, উদ্ধৱ, মৈত্ৰেয়, বিদুৰ এনে ভক্ত পুহিবলৈ ভাল লাগে। বজাৰো মঙ্গল হয়। এইবিলাক উদাসীন ভকত পুহিলে কি হ'ব? উদাসীনক দিছা খাব, শুব হাগিব কি কাম কৰিব দেশৰ? দ'ল, পুখুৰী, আলি, সাঁকো কৰোৱা গাঁৱৰ ৰায়তৰ কামৰে তেতিয়া ধৰ্ম হ'ব। ভকত পুহি অযথা কিয় টকা খৰচ কৰিব লাগে? এই ভকতৰ আৰু আগৰ সেই ভকতৰ কোনো তুলনা নহয়?" আইধায়ে ক'লে "বাক তুমি যে আগৰ ভক্ত সকল নাৰদ, মৈত্ৰেয়ী, শুক, উদ্ধৱ, বিদুৰৰ লগত এতিয়াৰ ভক্তৰ তুলনা কৰিছা, তুমিওতো বজা, তুমি জানো নিজকে আগৰ বজা সকলৰ লগত যেনে যুধিষ্ঠিৰ অম্বৰিষ, ভৰত, পৃথু, প্ৰিয়ব্ৰত হৰিশ্চন্দ্ৰ এই সকলৰ লগত তুলনা কৰিব পাৰিবা জানো? এইলোকে দেখোন নিজমন কায় দেহ দেশ আৰু প্ৰজাৰ কাৰণে অৰ্পন কৰি দিছিল। এওঁলোক দেখোন আছিল অৱতৰী পুৰুষ। সাতো দ্বীপৰ দ্বীপেশ্বৰ আছিল। তুমি তেনে নে? "আইধায়ে পুনৰ ক'লে" তুমি দেখোন শই শই ব্ৰাহ্মণ খুৱাই বোৱাই পূজা কৰোৱাই কৰ কাতল দি বহু ধৰ্ম কৰি ৰাজভৰালৰ ধন খৰচ কৰিছা। তেওঁলোকৰ গুণ দেখিলা আৰু মোৰ গুৰুজনৰ আৰু ভক্তৰ গুণ নেদেখিলা?

"গীতাত কহিলা দেৱহৰি
কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ঠাকৰি।"

যাৰ যি গুণ গাত আছে, তাকে দেখি মানি পুষ্ট অৰ্জন কৰিব

লাগে। বজা আইধাইৰ কথাত মান্তি হৈ আইধাইক আৰু ছুখন গাঁও দিলে।

চ'তৰ বিহুৰ আগে আগে আইধায়ে বুঢ়া ভগীয়াৰ হতুৱাই ভকত সকলৰ কাৰণে সৰু ডাঙৰ বহুত কাপোৰ বোৱাই পঠিয়াই দিয়ালে। খনিয়া কাপোৰ, বৰ কাপোৰ, চেলেং কাপোৰ গামোছা আদি কৈ পঠালে! মান হিচাবে সৰু ডাঙৰ কাপোৰ ভকতক বিলাই দিব লাগে। গুৰুজনে কাপোৰ আৰু আইধাইৰ নিৰ্দেশ পাই ঈষৎ হাস্য কৰি ক'লে, "বুঢ়াভগীয়া, কাপোৰ বিলাক লৈ গৈ আইধাক শোধাই দিয়াগৈ, কৰাগৈ তেওঁৰদৰে ভকতৰ ভিতৰত কোন ডাঙৰ কোন সৰু মই চিনি নেপাওঁ, এতেকে মানহিচাবে কাপোৰ বিলাই দিয়াব নোৱাৰো। সকলোকে হৰি ভক্তি কৰিছে কৰিছে মোৰ চকুত সকলো সমান।" বুঢ়াভগীয়াই তেনেদৰে গৈ কোৱাত আইধায়ে সকলোকৈ সমানে জোখৰ কাপোৰ দি পঠাইছে। গুৰুজনেও সেই কাপোৰ সকলোকে অশেষ আনন্দেৰে বিলাই দিয়ালে।

মাধৱদেৱ পুৰুষ এইদৰে ভক্তসমে ভেনা ছুৱাৰত আছে। আইধায়ে সকলো সময়তে গুৰুজনৰ আৰু ভক্ত সকলৰ সা-সুবিধাৰ খবৰ কৰে। মনিকুট কীৰ্তন ঘৰত চাৰিও প্ৰসঙ্গ নাম কীৰ্তন হয়, যেন বৈকুণ্ঠ পুৰীহে। এদিন গুৰুজনে বোলে "বলোভদ্ৰ, হাটী ফুৰি আহা, মোৰ ভক্তসবে কি কৰিছে কেনে আচৰণে চলিছে?" বলোভদ্ৰ আতৈ চাৰিও হাটী চাই আহিল। গুৰুজনে সুধিলে কি দেখিলো। আতৈয়ে ঘোৰা মাতিছে বস্তু প্ৰকাশ—

"হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে, প্ৰেম অমৃতৰ নদী।" ঘোৰা মাতি ক'লে, বাপ, শুনিছিলো বৈকুণ্ঠতহে এক ৰসভকতিৰ প্ৰেম, আপোনাৰ কৃপাত পৃথিবীতে বৈকুণ্ঠৰ প্ৰেম বেকত কৰা হৈছে। গুৰুজনে বোলে "মোৰ গুৰু শঙ্কৰদেউয়ে কৈ গৈছে যতে ভক্ত ত'তে হৰি।

মাধৱদেৱ পুৰুষৰ যশৰাশি বেহাৰৰ চতুৰ্দিকে ব্যাপ্ত হৈ পৰিল। নানা ঠাইৰ পৰা লোকসকল আহি তেওঁৰ ওচৰত ধৰ্ম ধৰি শৰণ ললেহি।

এদিন লক্ষ্মীনাৰায়ণ ৰজা মাধৱদেৱ পুৰুষৰ সৈতে সাক্ষাৎ কৰি-বলৈ বুলি মহাসমাৰোহ কৰি মাধৱদেৱৰ ভেলাদুৱাৰ সত্ৰলৈ আহিল। মাধৱদেৱে সসম্মানেৰে ৰজাক আগবঢ়াই আদৰি আনিলে। ৰজাই গুৰুজনাক প্ৰনাম কৰি তেওঁৰে সৈতে অনেক সদালাপ কৰিলে। বীৰুকাজীৰ হতুৱাই ৰজাই মাধৱদেৱৰ আগত টকা, বস্ত্ৰ, ঠোক তামোল থোৱাই মাধৱদেৱক প্ৰণাম কৰোৱাই ক্ষমা প্ৰাৰ্থনা কৰালে। ৰজাই ক'লে "মোৰ ৰাজ্যলৈ এনে এজন সাধু বৈষ্ণৱ আহিছে মই ধন্য। মোৰ ৰাজ্য আৰু মোৰ প্ৰজা ধন্য।" এই বুলি ৰজাই গন্ধচন্দন আনি মাধৱদেৱক দি সম্মান কৰিলে আৰু সকলোকে জনাই ক'লে "আজিৰ পৰা মোৰ ৰাজ্যৰ সকলো লোক মাধৱৰ মতে চলক। মোৰ ৰাজ্যত য'ত সন্ত সন্ন্যাসী আছে সকলোৰে ওপৰত মই মাধৱক ধৰ্মৰ ৰজা পাতিলো।"

আইধায়ে মাধৱদেৱৰ জয়জয়কাৰ শুনি পৰম সন্তোষ লাভ কৰিলে। ৰাজ্যৰ সকলো প্ৰজাই আনন্দ পালে। ৰজায়ো মাধৱ-দেৱৰ ধৰ্মক ধৰি তেওঁত শৰণ লবৰ নিমিত্তে নিশ্চয় কৰিলে।

**নাম মালিকা ৰচনা :** উৰিষ্যাৰ পৰা অনা নাম মালিকা পুথি খনি বীৰুকাজীয়ে ৰজাৰ ভাণ্ডাৰতে পাই তাৰ পদ পুথি ৰচনা কৰিবলৈ গুৰুজনাত খাটে। গুৰুজনে হৰিৰ মনেৰে নানা ছন্দেৰে তিনি পক্ষে তাৰ পদ কৰি বীৰুকাজীক দিলত বীৰুকাজীয়ে পৰম সন্তোষ পাই ক'লে আগেয়ে কেবাজন ব্ৰাহ্মণ কায়স্থক পুথিখনিৰ পদ ভাঙনি কৰিবলৈ দিলো কোনেও কৰিব নোৱাৰিলে এতিয়াহে হ'ল। ক'লে "ঈশ্বৰেহে ঈশ্বৰানি কৰ্ম সাধন কৰিব পাৰে। সাধাৰণ মনুষ্যৰ কি সাধ্য।' নাম মালিকা ৰচনাৰ পিচত গুৰুজনাই কামকাঠি এৰিছে।

# মাধৱদেৱৰ পিচত ধৰ্মৰ গৰাকী

এদিন নিশা নাম পাঠ সমাপনান্তে শ্ৰীৰাম আতা, বিষ্ণু আতা, হৰিকৃষ্ণ আতৈ, বলাই, নৰসিংহ, নাৰায়ণ পদ্মনাভ এই সকলোৱেই আগভাগ লৈ গুৰুজনক সেৱা জনাই প্ৰাৰ্থনা কৰিলে "আপোনাৰ পিচত বাক কাক আগত লৈ কাৰ আজ্ঞাৰে চলিম ? আপুনি পূৰ্ণ বৈকুণ্ঠৰ পূৰ্ণ ঈশ্বৰ, জন্ম, মৃত্যু, জৰা, যুৱা নাই চিৰন্তন পুৰুষ। তথাপিও মল চকুৰে নৰদেহৰ অন্ত দেখি আহিছোঁ। পূৰ্বে শ্ৰীৰামচন্দ্ৰ বৈকুণ্ঠলৈ গ'ল ধৰ্মবস্তু হনুমন্তত থৈ। বংশক সংহৰি কৃষ্ণদেৱ পৃথিৱী এৰি বৈকুণ্ঠলৈ গ'ল উদ্ধৱত ধৰ্ম থৈ। শ্ৰীশঙ্কৰদেউ গুৰুজন বৈকুণ্ঠলৈ গ'ল পৃথিৱী এৰি, আপোন পুত্ৰ ভ্ৰাতৃক নথৈ বৈকুণ্ঠৰ সৰ্বস ধৰ্মবস্তু আপোনাতে থৈ গৈছে। এতিয়া আপোনাৰ পিচত আমি কাৰ আজ্ঞাৰে চলিম ? কোনে আমাক পথ প্ৰদৰ্শাব ?" গুৰুজন মৌন হৈ থাকিল একো নকৈ।

ভকতসকলে পিচদিনা ৰাতিও পুনৰ প্ৰাৰ্থনা কৈ সুধিলে। তেতিয়া গুৰুজনে বহুবেলি ভাবি দীৰ্ঘ নিঃশ্বাস ত্যাগ কৰি ক'লে "বন্ধুসৱ সবেও আছাহঁক। আজি দুদিন ধৰি এই কথা সুধিছা মই শুনি ভাবি কৰৰ একো সমিধান পোৱা নাই।" কিছুপৰৰ পিচত ক'লে, "পূৰ্বে জগত গুৰু শ্ৰীশঙ্কৰদেৱে আমাত শক্তি ভক্তি বল পৰাক্ৰম থৈ বৈকুণ্ঠলৈ গ'ল। গুৰুবাক্য পালি গুৰুতৰ ভাৰ বহন কৰি ৰলো। সেৱকৰ ধৰ্ম মহান ধৰ্ম। অতি কষ্ট কৰি এই ধৰ্ম পালন কৰিব লাগে। মই সেৱা ধৰ্ম সামৰ্থ্য অনুসাৰে যৎপৰোনাস্তি চেষ্টাৰে পালন কৰিছো। গুৰুনাতি সমৰ্থ হলত কলিয়াদলৈৰ সভাতে কণ্ঠমালা দি যি আছিল ভাগে ভাগে দিলো। তাতে সৰ্বস পাবা। মই গুৰুসেৱাকৈ যি পালোঁ তাকে ঘোষাত থৈছোঁ। অনেক শাস্ত্ৰ বিচাৰ কৰি যি ৰসতত্ব পালো তাকো ঘোষাতে থৈছো।

আৰু পৰমাত্মা ইষ্টে হৃদিত থাকি যি বুদ্ধি দিলে তাকো মই ঘোষাতে থৈছো। এতেকে পদাৰ্থে, ভাৱাৰ্থে, তত্ত্বাৰ্থে, নিজাৰ্থে, গূঢ়াৰ্থে, পৰমাৰ্থে অন্ত জোৰাসেতে সন্তব কৃপাত পাব আমাক সম্পূৰ্ণে দেখিব। শ্ৰীশঙ্কৰদেউ গুৰুজনে পুত্ৰনাতিত সকলো ভাৰ দি গৈছে। তোমালোক সকলোৱে মিলাপ্ৰীতিৰে থাকি গুৰুবাক্যত বৈ হৰিগুণ গাবা, এয়ে সংসাৰ তৰিবৰ প্ৰয়াস।" ঘোষা মাতি গুৰুজনে ক'লে—

"মিনতি বচন বোলো সৰ্বজনে
শুনিও শাস্ত্ৰৰ মৰ্ম
ইটো ৰাম নামে আপোনাৰ গুণে
ঈশ্বৰকো কৰে বশ্য।"

বান্ধৱ, সব নাম নেৰিবাহঁক। নাম লোৱা। গুৰুসেৱা নেৰিবাহঁক

"গুৰুসেৱা কৰিলে মাৰ্কেণ্ডেয়ো ঋষি।
লক্ষ্মণে গুৰুসেৱা কৰিলা হৰিষি।
প্ৰহ্লাদে গুৰুসেৱা কৰিলে বিদ্যমান।
আমিও গুৰুসেৱা কৰিছো কিছুমান।"

# বদুলা আতা

বদুলা আতাৰ জন্মভূমি বৰ নাৰায়ণপুৰৰ সাওকুচি গ্ৰামত খেল বাকৰ্‌বানি। আঠৈ বছৰ বয়সত পিতৃ বিয়োগ হয়। মোমায়েকৰ ঘৰ গহপুৰত। ডাঙৰ ল'ৰা শঙ্কৰ, মাজু পদ্ম (পদ্মনাভ) আৰু কন্যা বহুৰমাক লৈমাক ককায়েকৰ ঘৰ গহপুৰলৈ আহে। তাতে তিনিও পুত্ৰ কন্যাক লৈ মাকে পোহপাল দি ডাঙৰ দীঘল কৰে। পদ্মই মোমায়েকৰ গৰু চৰায়।

এদিন পদ্মই তুপৰীয়া ৰ'দত ধেৰমেৰাই গৰু এৰি দি শুই আছে। গৰুৱে গৈ লোকৰ ধান খালেগৈ। গৰাকীয়ে খেদি আহি দেখে গৰখীয়া পদ্ম ৰ'দত লালকাল দি শুই আছে আৰু প্ৰকাণ্ড ডাঙৰ সাপ এটাই ফেঁট তুলি পদ্মৰ মুখত ছাঁ দি আছে। দেখি সকলো বিচুৰ্ত্তি। মাকে চিঞৰ বাখৰ লগাই দিলে। মানুহ দেখি সাপটো লাহে লাহে আঁতৰি গ'ল। সকলোৱে ভাবিলে ল'ৰা সকমুৰা মানুহ নহয়। নিশ্চয় কিবা ঈশ্বৰৰ অংশহে আনিছে লৱ নাতিয়ে।

কুণ্ডিল নগৰত সুৰবাজ আৰু যুৱৰাজ নামে তুজন ধনী মানী আঢ্যৱন্ত কায়স্থ লোক আছিল। সুৰবাজৰ পুতেক লৱ আৰু যুৱৰাজৰ পুতেক কুশ। দেশ বিভ্ৰাটত তুয়ো ভাগি আহি বৰনাৰায়ণ-পুৰত ঘৰবাৰী কৰি থাকিলহি। লৱৰ তুটি পুত্ৰ তিতা চোমদাৰ আৰু গোপাল। কুশৰ পুতেকৰ নাম শ্যাম চোমদাৰ। তেওঁলোক ৰজা প্ৰজা সকলোৰে প্ৰিয়পাত্ৰ হৈ উঠিল। তিতা চোমদাৰে সত্যা নামে এটি কন্যা বিবাহ কৰিলে। সত্যাৰ গৰ্ভত তিনি সন্তান হ'ল। তেওঁলোক শঙ্কৰ, পদ্ম, আৰু কন্যা বহুৰমা। পদ্ম দেখিবলৈ অতি ধুনীয়া সুপুৰুষ আছিল। তেওঁৰ গাৰ বৰণ পদ্মৰ নিচিনা শুক্ল আছিল দেখি তেওঁৰ নাম পদ্ম থৈছিল। আননাম হৰিপো।

পদ্মই মাতামহৰ ঘৰত গৰু ৰাখিছিল যদিও লগে লগে লেখা পঢ়াও কৰিছিল। ক্ৰমান্বয়ে শঙ্কৰ আৰু পদ্ম ডাঙৰ হৈ আহিল। ভগ্নী বহুৱমাক উপযুক্ত হোৱাত বিবাহ কৰাই দিলে। এনেতে ডফলা যুদ্ধ উপস্থিত হোৱাত সকলো ৰায়ত যুঁজলৈ গ'ল। শঙ্কৰে ভায়েক পদ্মক যুঁজলৈ পাচিলে। জ্যেষ্ঠৰ আজ্ঞাত পদ্ম যুঁজলৈ গ'ল। যুদ্ধত বহুতো মানুহ মৰিল। পদ্ম যুঁজৰ পৰা ফিৰি আহি ভাবিলে সংসাৰ অসাৰ, অনিত্য। তেওঁ মন সংসাৰৰ প্ৰতি বিৰকত হৈ পৰিল। ৰণত ইমান মানুহ মৰিল যে সংসাৰ অনিত্য দেখি তেওঁৰ মনলৈ সংসাৰ বৈৰাগী ভাব আহিল। ক্ৰমান্বয়ে হৰি ভক্তিৰ প্ৰতি তেওঁৰ আসক্তি বাঢ়িবলৈ ধৰিলে। তেওঁ নামগুণ লৈ থাকে। তেওঁৰ নামৰ প্ৰভাবেও কেবাজনো লোক তেওঁৰ কাষ চাপেহি। দামোদৰ আতৈ, ৰামচন্দ্ৰ, মাধৱচৰণ আতৈ সকলো মিলি হৰি পুখুৰী পাৰত নামঘৰ সাজিলৈ হৰি নাম কীৰ্ত্তন কৰে। দ্ৰব্যবস্তু অভ্যুদয় হ'ল। এনেদৰে লৱ নাতি পদ্ম হৰিপুখুৰী পাৰতে বহা কৈ গোসাঁই ভক্তসমে হৰি গুণ গাই আছে তাতে। সকলোৱে শ্ৰদ্ধাকৈ তেওঁক লৱনাতি গোসাঁই বুলি সন্মান কৰে।

এইদৰে কিছুদিন হৰিপুখুৰী পাৰতে নামকীৰ্ত্তন কৰি থকাৰ পিচত তেওঁৰ পাশ চাপেহি কেশৱচৰণ আতা। আহোম ৰজাই হাতী ধৰা অপৰাধত ভূঞাসকলক শাস্তি বিহা কাৰণে শঙ্কৰদেৱ ভূঞাসকলৰে সৈতে মাজুলি এৰি ভটিয়াই যায়। তেতিয়া কেশৱচন্দ্ৰ আতাৰ পিতা টেপুকাথ পত্নী চিত্ৰমালী সহ বামুণ এঘৰত কাম কৰা মানুহহৈ লুকাই থাকিল। তাতে ভাটকুচিয়া আতা কেশৱচন্দ্ৰৰ জন্ম হয়। বহুদিনৰ পাচত কেশৱচন্দ্ৰ ভটিয়াই আহি গুৱালকুচি পালেহি। তাৰ পৰা আহি বৰবিষ্ণু আতাৰ যোগেদি মাধৱদেৱ পুৰুষৰ পাশ চাপেহি।

মাধৱদেৱে কেশৱচন্দ্ৰ ভাটকুচিয়া আতাক উজনীলৈ বংশী গোপাল দেৱ আৰু যদুমনিৰ পাশলৈ পঠায়। লগত দিলে চাবি বস্তু।

হুসাজ কাপোৰ, টৌ এটা, ৰত্নাৱলী শাস্ত্ৰ এথনি আৰু এখন নলীয়া কটাৰী, আৰু ক'লে তোমাৰ লগত এজন পুৰুষ আহিব শ্ৰদ্ধাৰে আনিবা। ভাটকুচীয়া আতা উজাই আহি দেবেৰা পাৰেদি গৈ বংশীগোপাল দেৱৰ সত্ৰ পালেহি। বংশীগোপালে গুৰুজনৰ কথা অতি সমাদৰে সুধিলে। কেশৱচন্দ্ৰ আতা বংশীগোপাল দেৱৰ সৈতে কেইদিন মান হৰিকথা চৰ্চা কৰি থাকিল। বংশীগোপালে আলোচনা কৰি ক'লে যে পাৰিলে মাধৱদেৱ গুৰুজনক এবাৰ উজনীলৈ আনিব লাগে। ভাটকুচিয়া আতাই ক'লে আগেয়ে গুৰুজনে 'অসম ৰাজ্যৰ বিষম কথা' বুলি ঠেকা খাই গৈছে আৰু অহা সহজ নহয়। বংশীগোপালদেৱে পুনৰ একো নক'লে। তাৰ পৰা গৈ ভাটকুচিয়া আতা হৰিপুখুৰী পাৰত গোসাঁই ভক্তসমে হৰিকীৰ্ত্তন কৰি বসবাস কৰি থকা লৱনাতি পদ্মনাভৰ ওচৰ পালেগৈ। কেশৱচন্দ্ৰ আতাক লগ পাই পদ্মনাভ আতাই মাধৱদেৱৰ পাশলৈ যাবৰ মনস্থ কৰে। ভাটকুচিয়া আতাই পদ্ম আতাক মাধৱদেৱ পুৰুষৰ বিষয়ে সকলো বিৱৰি ক'লে। পদ্ম আতাৰ তাত কিছুদিন থাকি ভাটকুচিয়া আতা শলখলৈ গ'ল অলপ দিনৰ ভিতৰতে ফিৰি আহিব বুলি। ইতিমধ্যে পদ্ম আতাই শুনিলে যে ভাটীলৈ তীৰ্থ কৰিবলৈ বুলি বনমালী কটকী ওলাইছে। আতাই ভাগিনিয়েক জগন্নাথক পঠাই কটকীত সোধালে তীৰ্থ লৈ যাওঁতে তেওঁকো লগত নিব পাৰিব নেকি বুলি। কটকীয়ে মহাআনন্দেৰে সন্মতি জনালে। এই কথাত পৰম সন্তোষ পাই ভাটীলৈ বুলি যাবলৈ উদ্যোগ কৰোতেই কেশৱচৰণ আতা পুনৰ ফিৰি আহি পদ্মনাভ আতাৰ পাশ পালেহি। দুয়ো আতা-পদ্মনাভ আতা কেশৱচৰণ আতা আৰু লগত ভাগিন জগন্নাথ চৰণক লৈ বনমালী কটকীৰ নাৱত উঠি ভাটীলৈ বুলি যাত্ৰা কৰিলে। ভাটীৰ বাটত কাঠনি পাই বনমালী কটকীক কৈ নাও ৰখাই কেশৱচৰণ আতাই বৰবিষ্ণু আতাৰে সৈতে সাক্ষাৎ কৰি আহে। পুনৰ ভটিয়াই গৈ

তেওঁলোক মাধৱদেৱৰ ভেলাসত্ৰৰ ঘাটত ব'লগৈ। নাৱৰ পৰা নামি কেশৱচৰণ আতা আৰু পদ্মনাভ আতা দুয়ো গৈ দণ্ডৱতে মাধৱদেৱৰ গুৰুজনত প্ৰণাম কৰেগৈ। মাধৱদেৱে কেশৱচৰণ আতাক ক'লে "উজনীলৈ চাওতে চাওতে গল বেঁকা হৈ গ'ল, তথাপিও তুমি নহাদেখি আইধাইৰ প্ৰাৰ্থনাত বেহাৰলৈ গুচি আহিলো। এইটি তোমাৰ লগত কোন আহিছে?" পদ্ম আতাই নিজৰ পৰিচয় দিলে লবনাতি তিতা চোমদাৰৰ পুত্ৰ ৰবনাৰায়ণৰ সাওকুচি গ্ৰামৰ। মাধৱদেৱে ক'লে সাউদসকলে বাণিজ্য কৰিছিল কাৰণে গ্ৰামৰ নাম সাওকুচি হ'ল। আৰু সুধিলে লগত অহা ল'ৰাটি কোন? পদ্ম আতাই তেওঁৰে ভাগিনিয়েক বুলি ক'লে নাম জগন্নাথ চৰণ। গুৰুজনে ঈষৎ হাস্য কৰি ক'লে "আমি উজানত থাকোতে মানুহৰ নাম মাহ বাব এইবোৰ উল্লেখ কৰি দিয়া হৈছিল। এতিয়া তাত জগন্নাথ আদি ঈশ্বৰৰ নাম প্ৰকাশ হৈছে। এওঁলোকৰ পিতৃ-মাতৃৰ কি পৰম ভাগ্য চোৱাচোন তেওঁলোকে উঠোতে বহোতে সকলো সময়তে বাৰম্বাৰ জগন্নাথ নাম উচ্চাৰণ কৰিবলৈ পায়।"

মাধৱদেৱ পুৰুষে পদ্মনাভ আতাক পুনৰ সুধিলে "তুমি মোক কেনেকৈ জানিলা?" পদ্ম আতাই উত্তৰ দিলে "স্বপ্নত আৰু শাস্ত্ৰত দেখি জানিলো।" মাধৱদেৱে ক'লে স্বপ্ন অলীক হয়। স্বপ্নত কেতিয়াবা অষ্টনিধিৰ ভাণ্ডাৰ পোৱা যায়, সাৰ পালে জানো সি থাকে? আতাই উত্তৰ দিলে 'ৰাজসূয় শাস্ত্ৰ' দেখি আপোনাৰ চৰণ চিনিলো। মাধৱদেৱে নিৰ্দেশ দিলে যে তেওঁ গঙ্গাস্নান কৰি পুনৰ তেওঁৰ ওচৰলৈ আহিব লাগে আৰু তেওঁলৈ গঙ্গাৰ জল আৰু মৃত্তিকা আনিব লাগে। নিৰ্দেশ অনুযায়ী পদ্ম আতা কিছুদিনৰ ভিতৰতে গঙ্গাস্নান কৰি গঙ্গাজল আৰু মৃত্তিকা লৈ আহিল। গুৰুৰ বাক্যত গঙ্গাজলৰ পাত্ৰৰ মুখ মেলিলত দেখা গ'ল গঙ্গাজল মুখলৈকে চপচপিয়া হৈ আছে। "গঙ্গাজলত পোহদি আনিলা নেকি?" আতাই ক'লে বাপ, "পোহ বা কাক কয় নাজানো।

মাধৱদেৱে ক'লে" গঙ্গাজল বাটিত আনোতে পৰি কম হৈ আছে আৰু কিছু শুকাই আছে সেই কাৰণে কোনোৱে বাটিত আন জলেৰে ভেজাল কৰি পুৰা কৰি লৈ আনে। তোমাৰ হাতত গঙ্গাজল সম্পূৰ্ণ হৈ আহিল। এনে শুদ্ধ গঙ্গাজল আৰু মৃত্তিকা আমি নেপাওঁ।" এইদৰে মাধৱদেৱ পুৰুষে পৰম সন্তোষিত হৈ পদ্ম আতাক প্ৰশংসা কৰিলে।

মাধৱদেৱে পদ্ম আতাক নিজৰ লগত সাত দিন ৰাখি বল, বীৰ্য্য, পৰাক্ৰম, শক্তি, ভক্তি সকলোকে আতাতে থাপি উজানত ধৰ্মপ্ৰচাৰ কৰিবলৈ নিদেৰ্শ কৰিলে। ক'লে পূৰ্বে শ্ৰীশঙ্কৰ গুৰুৱে মোক উজনীলৈ যাবলৈ নিদেৰ্শ কৰিছিল। সখি নাৰায়ণে প্ৰাৰ্থনা কৰি মোক ৰখালে। যোৱা নহ'ল। গুৰুবাক্য পৰি আছে। সেই আজ্ঞা পালি এতিয়া তুমি মোৰ গাৰ বদন স্বৰূপ হৈ ধৰ্ম প্ৰকাশ কৰিবলৈ উজানলৈ যোৱা। "অসম ৰাজ্যৰ বিষম কথা।" কিন্তু তোমাৰ কাৰণে সকলো সম হব।" মাধৱদেৱে পদ্ম আতাক ধৰ্মাচাৰ্য্য পাতি অসম ৰাজ্যত ধৰ্ম প্ৰকাশিবলৈ নিজৰ গাৰ বদলে পঠায় কাৰণে পদ্ম আতাৰ নাম হয় বদলা আতা বা বদুলা আতা। মাধৱদেৱে পদ্ম আতাক পুনৰ নিৰ্দেশ দি ক'লে "সোনকোষৰ পৰা বৰনদীলৈকে এইডোখৰ মথুৰাদাসৰ, সোণকোষৰ পৰা কৰতোৱা-লৈকে এই ৰাজ্য মোৰ আৰু বৰনদীৰ পৰা ব্ৰহ্মকুণ্ডলৈকে এইডোখৰ তোমাক দিলো, "বুলি নিজৰ ধৰ্ম ৰাজ্যৰ পূৱভাগ বদুলা আতাত সমৰ্পন কৰিলে। লগতে চাৰিখনি শাস্ত্ৰ দি ক'লে—"দশম, কীৰ্ত্তন শাস্ত্ৰত শ্ৰীশঙ্কৰ গুৰুক দেখিবা, ঘোষা, ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা, তোমাত শক্তি, ভক্তি, বল, বীৰ্য্য, পৰাক্ৰম সকলো অৰ্পণ কৰিছো। তুমি নিঃশংসয়ে যোৱা।" ভক্ত হৰিবল্লভক মতাই আনি ক'লে "তুমি তাল, মালা, আৰু নাম মালিকা শাস্ত্ৰখানিও আনা।" হৰিবল্লভ আতৈয়ে তাল, মালা, শাস্ত্ৰ আনি ঠগীত আগবঢ়াই দিয়াত মাধৱদেৱে ক'লে "এই মালা শ্ৰীশঙ্কৰ গুৰুৱে সেৱা কৰা মালা, মোক

দিছিল। ইমান দিন মই সেৱা কৰি আছিলো, এতিয়া তোমাক দিলো, তুমি সেৱা কৰি থাকিবা। এইযোৰ মন্দিৰা তালেৰে শ্ৰীশঙ্কৰ গুৰুৱে নাম গাইছিল। সেৱা কৰি থাকিবৰ কাৰণে মোক দিছিল। আজি এই তাল তোমাক দিলো গুৰুজনাৰ এই বস্তুবোৰ তুমি সেৱা কৰি থাকিবা। তুমি মোৰ সেৱকসকলৰ ভিতৰত আঁত মচা সুমলীয়া। নাম মালিকা শাস্ত্ৰখনিও তেনে মোৰ আঁতমচা সুমলীয়া। নাম মালিকা গ্ৰন্থ ৰচনা কৰিয়েই আমি কাপ কাঠি এৰিছোঁ। তোমাহন্তে এই শাস্ত্ৰ উজনীত প্ৰচাৰ হব। এই শাস্ত্ৰ বিষ্ণু, যদুমণি আৰু গাভৰুখাঁক দিবা, তেওঁলোকে লিখি ললে আৰ্হিখন তোমাৰ লগত ৰাখিবা। তুমি ভকতক পাবা আৰু ভকত তোমাহন্তে সুখী হব।" পুনৰ মাধৱদেৱে ক'লে "তুমি এতিয়াও মোক পূৰ্ণ দেখা নাই। বিষ্ণু, মথুৰাদাস, সখা নাৰায়ণ আৰু ভৱানীপুৰীয়া গোপালক যেতিয়া দেখিবা তেতিয়াহে মোক সম্পূৰ্ণ দেখিবা।" লগত বাটৰ দ্ৰব্যবস্তু সহকাৰে মাধৱদেৱে বদুলা আতাক নাও দি নিজৰ গাৰ বদলে উজনীলৈ পঠালে।

বাটত কাঠনি পাই বদুলা আতা বৰবিষ্ণু আতাৰ ঠাইত সাত দিন ৰ'ল। গুৰুজনে পঠোৱা নাম মালিকা পুথিখনি বৰবিষ্ণু আতাই নকল কৰি ললে। তাৰ পৰা উজাই ক্ৰমান্বয়ে গৈ কিছু দিনৰ পিচত বদুলা আতা বৰনাৰায়ণপুৰ পালেগৈ। বদুলা আতা উজনীলৈ আহি কলানি ভেটিত বহি গুৰুৰ নিৰ্দেশ অনুযায়ী নামধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰিলে।

# মহাপুৰুষ মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণ

ভাদ মাহৰ একাদশীৰ দিনা (১৫১৮ শক) আইধায়ে মহা ধুম-ধামেৰে নামৰ যা-যোগাৰ কৰিছে। তালৈকে ভক্তসহ গুৰুজন গৈছে। দিনটো নাম কীৰ্ত্তনৰ শেষত ৰাতি গুৰুজনে আইধাইক কোৱালে যে তেওঁ দিনটো একাদশীৰ লঘোনে ভোকে নাম কীৰ্ত্তন কৰি আছে অলপ জুৰাব লাগে বুলি বিদায় ললে। প্ৰথমে আইধায়ে যাবলৈকে নিদিয়ে। বোলে বাপ, আপুনি গলে দেখোন সভা ভাঙিয়ে যাব। গুৰুজনে নাম কীৰ্ত্তন ভাওনাৰ যি য'ত যেনেকৈ বন্দোবস্ত কৰিছিল তেনেকৈ নিৰ্দেশ দিয়াই নিজ বাহৰলৈ আহিল। আইধায়ে দোলা কৰি গুৰুজনক পঠাই দিলে। লগত শ্ৰীৰাম। বলোৰামৰ সত্ৰত ৰবকৈ নাম উঠিছে। গুৰুজনে বোলে শ্ৰীৰাম মধুপুৰ পালো-হিনে? বোলে বাপ নহয়, বলোৰামৰ সত্ৰত দামোদৰী মতে নাম গাইছে। তাৰ পৰা গৈ নিজৰ সত্ৰ পালেগৈ। নাম ঘুৰি ঘুৰি মধুৰ শব্দ উঠিছে যেন মধুহে স্ৰবিছে। নাম ৰসে নিজৰ থান পাই গুৰু-জন দোলাৰ পৰা নামিল।

ইপিনে সেই নিশাই ৰজাই আইধাইক ধৰিলে বোলে আজি একাদশী ব্ৰতেৰে আছো কাইলৈ গুৰুজনক অনাই তুমি মোক ভকত কৰোৱা কৃষ্ণত। আইধায়ে বুজালে-তুমি ৰজা, ৰাজ্য চৰ্চা কৰা। দেৱ-দেৱী অনেক পূজিব লাগে। হৰি ভক্তি গুৰুধৰ্ম কেনেকৈ ৰাখিবা? ৰজাই ক'লে সকলো এৰিম তথাপি কৃষ্ণ নেৰিম, তুমি কালিলৈকে গুৰুজনক আনি দি আহিবা— মই কৃষ্ণ ভক্তি শৰণ লম। আইধায়ে পুনৰ বুজালে তুমি ৰাজকাৰ্য্য এৰি হৰি ভক্তি গুৰুধৰ্ম কেনেকৈ পালন কৰিবা। মোৰ গুৰুৰ ধৰ্মত এক কৃষ্ণদেৱ বিনে আন দেৱ দেৱীৰ স্থান নাই। আৰু কৃষ্ণ ভক্তজনে নানান নিয়ম পালন কৰি চলিব লাগে। তুমি ৰজা তোমাৰ কাৰণে ই সম্ভৱ

নহয়। ৰজাই নেৰে আইধায়ে আজি অনাও কালি অনাও কৈ ন দিন চোচোঁৱাইছে। ৰজাই একোপধ্যে নেৰে। শেষত ৰজাৰ ইচ্ছাত বাধা দিব নোৱাৰি গুৰুজনলৈ প্ৰাৰ্থনা কৰি পঠালে বুঢ়া ভগীয়াক পঠাই যে গুৰুজন আহক নাম সভাৰ আয়োজন হব আৰু গুৰুজনক সেৱা সন্মান জনাব। গুৰুজনে কোৱাই পঠালে যে গা বৰ ভাল নহয়, পিচেপৰে গা অলপ ভাল পালে যাব। আইধায়ে ৰজাৰ কথা পেলাব নোৱাৰি পুনৰাই ;গুৰুজনলৈ খবৰ দিয়ালে। দোলা পঠাই দিয়াব, যেনে তেনে আহিব লাগে এবাৰ। পুনৰ বুঢ়াভগীয়া ৰজাৰ হুকুমত দোলাভাৰী সহ আহি গুৰুজনৰ পাশ্ পালেহি গুৰুজনক ৰজাৰ ওচৰলৈ লৈযাবলৈ বুলি। গুৰুজনে বিৰক্ত হৈ ক'লে "কোচৰ জীয়েকে মোক বৰ সম্পত্তি দিলে খচকা দোলাত উঠিবলৈ। যাব লাগে যদি একেবাৰে যাম বাৰু 'বুলি শ্ৰীৰামক ক'লে' মোৰ কাপোঁৰ জাপি লাঠি আৰু কঠ লোটা লোৱা। যাব লাগিলে সজকৈয়ে যাও।" ৰামচৰণ ঠাকুৰে বোলে মামা, যদি ৰজাৰ গৃহলৈ যাব লাগে তেন্তে ইয়াতে মুখ হাত ধুই লওক। গুৰুজনে বোলে "হয়, দিয়া লোটাটো।" মুখ হাত প্ৰক্ষালন কৰি গুৰুজনে বোলে "মোক কঠটো পাৰি দিয়া। এবাৰ ইষ্ট গুৰুৰ নাম লোৱা হওক।" এই বুলি কঠৰ ওপৰত বহি কিছুক্ষন মৌন হৈ ৰ'ল। আতৈ সকলে দেখে গুৰুজন বহি থকা অৱস্থাৰ পৰাই যেন অলপ হোৱলি গৈছে। লৰালৰিকৈ ধৰি কাষত গাৰু দিয়াই দিলে। সবেও গুৰুজনক বেঢ়ি ধৰি আছে। শেষত সকলোৱে প্ৰাৰ্থনা কৰি ক'লে "বাপ, আপোনাৰ শৰীৰ দেখো ঢলি পৰিছে। ঈশ্বৰো আৰ্বিভাৱ তিৰোভাৱ আছে। আপোনাৰ পিচত আমি কাক মানি চলিম? কোনে আমাক সকলো পিনে নিৰ্দেশ দিব?" গুৰুজনৰ মাত তেতিয়া অলপ থকবক হৈছে। ক'লে "এতিয়ানো আমি শেষ সময়ত কাক কি কৈ যাম। শ্ৰীশঙ্কৰ-দেউ জগত গুৰুৱে পুত্ৰনাতিত ধৰ্ম্ম ৰাখি থৈ গৈছে আৰু আমিও দলৈৰ সভাতে হুটিশঙ্কৰ গুৰুনাতি পুৰুষোত্তম ঠাকুৰক আমাৰ

সৰ্বস তেজ প্ৰভাৱ স্থাপন কৰি আহিছো। তোমালোক সবেও মিলাপ্ৰীতি নেৰি মিলাপ্ৰীতিভাবে গুৰু বাক্যত বৈ হৰি গুণ গাবা। সংসাৰ তৰিব পাৰিবা।" ইয়াকে কৈ গুৰুজন ঈশ্বৰ স্মৰি মুৰ ঢাকি শয়ন কৰিলে। সকলোৱে কাষত সেৱা কৰি বৈ আছে। শেষত গুৰুজনৰ কোনো সাশব্দ নাই, ভক্তসকলে বোলে কাপোৰখন দাঙি চাই দেখে গুৰুজনৰ শ্বাস, নিশ্বাস নাই। এনেতে এটা বৰ ডাঙৰ শব্দ হোৱাদি হ'ল। সকলোৱে বুজিলে মহাগুৰু পাত হ'ল। শব্দ শুনি ৰজাৰ সভাতো সকলো আচৰিত হ'ল। আহি দেখে মহাগুৰু পাত হ'ল।

ইপিনে গুৰুজনৰ শৰীৰ হালি পৰি মাত থকবক হোৱা দেখি ৰামচৰণে লৰালৰিকৈ দুজন ভকত পঠালে হৰিহৰ আতাৰ ওচৰলৈ। গৈ পাই ক'লে গুৰুজনাৰ কথা, মাতিছে বুলি। হাৰহৰ আতাই কৈ পঠালে "গুচ যা, মই মৰা মাধৱৰ ভকত নহওঁ। মোৰ গুৰুৰ জন্ম, মৃত্যু, জৰা, যুৰা আদি অন্ত নাই।"

ৰজাই খবৰ শুনি ব্যাকুল হৈ কান্দি কান্দি ক'লে, মই মহা-পাতকী ৰজা। ৰজাৰ ক'ত শৰণ-ভজন আছে? ৰজাই ক'ত শৰণ ভজন শুদ্ধ ধৰ্ম্ম ধৰিব পাৰে? মই যদি এনেকৈ গুৰুজনক জোৰ নকৰা হলে হয়তো গুৰুজন আৰু কিছুদিন পৃথিৱীত থাকিল হেঁতেন। মোৰ হাত এৰিবৰ কাৰণে স্বইচ্ছাই গুৰু বৈকুণ্ঠ গামী হয়। মইহে গুৰুজনৰ কাৰণে মহাপাতকী দায়ী হ'লো।"

আইধাই খবৰ শুনি সেইপিনেই মুৰ্চ্ছা গ'ল। কিছুপৰৰ মুৰত জ্ঞান লভি ৰজা, আইধাইয়ে গুৰুজনৰ সংকাৰৰ কাৰণে মৰ্দন কাজী আৰু বুঢ়াভগীয়াৰ হাতেৰে জাতি আগৰ, ঘিউ, পদুমফুল দি পঠালে। ডা-ডাঙৰীয়া সবে ভু-পাই তেল, ঘৃত, খৰি লৈ আহিছে তোৰোছাৰ পাৰলৈ। ৰামচৰণ ঠাকুৰ, গুৰুজনৰ বান্ধনি বলাই আতৈ, নৰহৰি আৰু মুকুট দুই ভাই, এই চাৰিওজনে গুৰুজনৰ নৰদেহা খাটত তুলি লৈ তোৰোছাৰ কাষলৈ নিলে সংকাৰৰ কাৰনে। হাজাৰ বিজাৰ ভক্ত

নৰনাৰী, নগৰবাসী নামকীৰ্ত্তন কৰি কান্দি গৈ তোৰোছাৰ পাৰত ভৰি পৰিলগৈ। সকলোৱে সেৰাকৈ গুৰুজনাৰ নৰদেহা চিতাৰ ওপৰত তুলি দিলে। ৰামচৰণ ঠাকুৰে আঠুলৈ নমি অগ্নি সংযোগ কৰিলে। হঠাতে বৰ বৰষুণ অহাৰ কাৰণে ডা-ডাঙৰীয়া সবে নাৱৰ চৈ আদি লৈ চিতাৰ চাৰিওপিনে ঘনকৈ খুটা পুতি ঘৰৰ দৰে কৰি দিলে। তাৰ ভিতৰতে ক্ষন্তেকতে গুৰুজনৰ নৰদেহা পঞ্চভূতত বিলীন হৈ গ'ল।

গুৰুজনৰ দেহা সংকাৰ কৰি থকা অৱস্থাতে গুৰুজনৰ অতি প্ৰিয় ভক্ত তোৰোছাৰ পাৰত থকা হৰি নাৰায়ণ আৰু ৰামনাৰায়ণ দুয়ো ভাই দুভাৰ দ্ৰব্যবস্তুলৈ সেইখিনি পালেহি। সুধিলে কি হ'ল? জগত গুৰু বৈকুণ্ঠগামী হ'ল। শেষত জ্ঞান লভি ক'লে বোলে "এইমাত্ৰ আমি আহোতে বাটতে গুৰুজন আৰু শ্ৰীৰাম আতাক পাই আহিছো। আমাক সুধিলে 'ভাৰত কি আনিছা?' আমি কোৱাত ক'লে বোলে 'আৰৈ চাউল আৰু মালভোগ কল ৰামচৰণৰ হাতত দিবা, বাকীখিনি যদুমনিৰ হাতত দিবা ভকতৰ মাজত যাক যেনেকৈ হয় বাটি দিব তোমালোক গৈ থাকা আমি আহি আছো দুয়ো এইকথা কৈ বিনাই বিনাই কান্দিবলৈ ধৰিলে। শ্ৰীৰাম আতা ৰামচৰণ ঠাকুৰ সকলো ভক্তবৃন্দই এই কথা শুনিগুৰুজনৰ গুন বৰ্ণাই কান্দিবলৈ ধৰিলে। গুৰুজনৰ নিৰ্দেশ অনুযায়ী হৰিনাৰায়ণ আৰু ৰামনাৰায়ণে অনা দ্ৰব্যবস্তুৰে ৰামচৰণ ঠাকুৰে গুৰুজনৰ পিণ্ড দিয়ালে। যদুমনিয়ে বাকীখিনি ভকতক বিলাই দিলে।

বেহাৰ বিজয়পুৰত ৰজাৰ নিৰ্দেশ মতে দহদিনীয়া দশাকৰ্ম আৰু মাহেকীয়া শ্ৰাদ্ধ পাতিলে। সকলোৱে মিলি অচ্যুত গুৰুক সত্ৰাধিকাৰ পাতিলে। গুৰুজনৰ দহা, মাহেকীয়া আদি অচ্যুত গুৰুৰ তত্ত্বাৱধানত সুকলমে হৈ গ'ল। মাহেকীয়া অন্তত ৰজাৰ আদেশ ক্ৰমে আৰু আইধাইৰ ইচ্ছানুযায়ী সকলো ৰাইজ, ডা-ডাঙৰীয়াক জাননী দি মহা মহোৎসৱ ভাওনা আদি পাতিলে। যাক যেনেকৈ

ৰাজোচিত হিচাবে দান দক্ষিণা দিব লাগে আইধাইৰ তত্বাবধানত ৰজাই দিয়ালে। অনেক সহস্ৰ ব্ৰাহ্মণ হৈছিল গুৰুজনৰ মাহেকীয়া মহামহোৎসৱত। মাহেকীয়া অস্তত উভৈনদী দ্ৰব্যবস্তু ৰাইজে তিনিদিনলৈকে উপভোগ কৰিলে মহাসন্তোষে। ৰামচৰণ ঠাকুৰে সকলো ভক্ত ৰাইজক চাউল সিজাই ভোজ দিলে। এইদৰে গুৰুজনৰ মাহেকীয়া মহামহোৎসৱ সম্পূৰ্ণ হৈ গ'ল।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ (১৪৯০ শক) পিছত ২৮ বছৰ পৃথিৱীত গুৰু আজ্ঞাক্ৰমে ধৰ্ম প্ৰচাৰ কৰি, নানা শাস্ত্ৰ মন্থন কৰি মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ ১৫১৮ শক, ভাদ মাহৰ সাতাইশ দিন যাওঁতে মঙ্গলবাৰৰ দিনা কৃষ্ণা পঞ্চমী তিথিত বেলাডেৰ পৰত পূৰ্ব ভাদ্ৰ নক্ষত্ৰত ভেলা মধুপুৰ থানত ইহলীলা সম্বৰণ কৰে। (1596)।

শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে আসি তৈতে তৈলবন্তি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা ॥

## মাধৱদেৱৰ প্ৰয়াণৰ পৰা বৰদোৱাৰ পুনৰউদ্ধাৰলৈকে

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচত মহাপুৰুষ গুৰুজনাৰ একশৰনীয়া ভাগৱতী ধৰ্ম প্ৰসাৰৰ ভাৰ পৰিল দুই গুৰুনাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ আৰু দুয়ো মহাপুৰুষে পাতি থৈ যোৱা ধৰ্মাচাৰ্য্য সকলৰ ওপৰত। তেওঁলোকে পশ্চিমৰ বেহাৰৰ পৰা বৰপেটা, বৰদোৱা কেন্দ্ৰ কৰি উজনীৰ মাজুলীলৈকে গুৰুজনাৰ শুদ্ধ একশৰণ ভাগৱতী ভক্তিধৰ্ম চলাই আছিল। এবাৰ মহাপুৰুষ গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱক ভক্ত সকলে সোধাত জগত গুৰুৱে নিজ শ্ৰীমুখৰ অমৃত বাণীৰে কৈ গৈছিল যে তেৰাৰ ধৰ্ম গৈ বঢ়াৰ পো, দুই নাতি আৰু তেওঁলোকৰ পৰা ধৰ্মধৰা লোক সকলৰ ওপৰত তিষ্ঠিবগৈ বেহাৰ, কামৰূপ আৰু উজনী এই তিনিও দেশতে।

মহাপুৰুষ গুৰুজনা বৈকুণ্ঠী হোৱাৰ পিচত (১৪৯০) প্ৰায় একুৰি পাঁচ বছৰ মহাপুৰুষ মাধৱদেৱ বেহাৰতে গৈ ভেলা মধুপুৰত সত্ৰপাতি মহাৰাজ নৰনাৰায়ণৰ পুতেক লক্ষ্মী নাৰায়ণৰ দিনত গুৰুজনাৰ একশৰনীয়া ভাগৱতী ধৰ্ম প্ৰচাৰ কৰে প্ৰায় আঢ়ৈ বছৰ থাকি আৰু তাতে নৱনাটৰ সমাপ্তি কৰে ১৫১৮ শকৰ ভাদ মাহৰ সাতাইশ দিন যাওতে। মাধৱদেৱ পুৰুষৰ পাচত সকলোৱে মিলি অচ্যুত গুৰুক ভেলা সত্ৰৰ অধিকাৰ পাতে। অচ্যুত গুৰুৰ পিচত বুঢ়ীৰপো গোবিন্দ আতৈ ভেলা মধুপুৰৰ সত্ৰাধিকাৰ হৈ মহাপুৰুষৰ ধৰ্ম প্ৰচাৰ কৰি আছিল। বীৰনাৰায়ণ ৰজাই তেওঁক যথেষ্ট শ্ৰদ্ধাভক্তিৰ চকুৰে চাইছিল। ভেলাসত্ৰ টোৰোছা নৈয়ে খহাই নিয়াৰ পিচতে গোবিন্দ অধিকাৰে ৰজাক জনাই মধুপুৰত

## শ্ৰীশ্ৰীশঙ্কৰ দেৱ

- শ্ৰীশ্ৰীহৰিদেৱ
  - ( মানেৰি সত্ৰ )
- শ্ৰীশ্ৰীদামোদৰদেৱ
  - পাটবাউসী সত্ৰ ( ভট্টদেৱ )
    - বেহাৰ বৈকুণ্ঠপুৰ (বলদেৱ)
      - দক্ষিনাপাট সত্ৰ (বনমালীদেৱ)
- শ্ৰীশ্ৰীমাধৱদেৱ
  - ১ ৰামচৰণ ঠাকুৰ
  - ২ মথুৰাদাস বুঢ়া আতা
  - ৩ বৰ্বাবিষ্ণু আতা
  - ৪ ভাটকুচি কেশৱচৰণ আতা
  - ৫ পঢ়িয় আতৈ পৰিষৰৰ গোপাল
  - ৬ লক্ষ্মীকান্ত আতা
  - ৭ লেচাকনীয়া গোবিন্দ আতা
  - ৮ ভৱানী পুৰীয়া গোপাল আতা
  - ৯ বংশীগোপালদেৱ
  - ১০ যদুমনি
  - ১১ শ্ৰীহৰি
  - ১২ পদ্ম আতা বদুলা আতা কমলাবাৰী
- ঠাকুৰ আতা ( নাৰায়ণদাস )
  - পুৰুষোত্তম ঠাকুৰ
    - বৰবাৰজনীয়া
  - চতুৰ্ভুজ ঠাকুৰ
    - সৰুবাৰজনীয়া
  - ভাৰ্য্যা কনকলতা
    - বৰদোৱা পুনৰুদ্ধাৰ
- ৰাম ৰাম গুৰু।
  - মিশ্ৰদেৱ (কুৰুৱাবাহী)
  - লক্ষ্মীকান্ত দেৱ (জয়হৰি) ( গৰমূৰ )
  - নিৰঞ্জন দেৱ (আউনীআটি)
  - দামোদৰ
  - লক্ষ্মী দেৱ



উজনীৰ চাৰিসত্ৰ ঃ দক্ষিণপাট, কুৰুৱাবাহী, গৰমুৰ, আউনি আটি।

সত্ৰ পাতিলেগৈ। পূৰ্বে শ্ৰীশঙ্কৰদেৱ মাধৱদেৱ সহ চকুৰি ভক্তেৰে তীৰ্থ লৈ যাওঁতে এই মধুপুৰতে মধুভোজন কৰিছিল আৰু গুৰুজনাই তেতিয়া কৈছিল যে এই মধুপুৰ স্থান পিচত গৈ প্ৰকাশিত হৈ বিখ্যাত হবগৈ।

'এক পাৰলি বৃক্ষৰ তলে বসি কৃষ্ণকথা কৈছে গুৰুজনে। গাছৰ খোৰাঙে মাখীমৌ পাই পাৰি লৈছে, ছোট আতা বোলে কি পূণ্যভূমি! হৰিকথা, মধুপান, গুৰু ভক্তৰ ধূলা পৈল। তেহে মহাপুৰুষ গুৰু বোলে বৰাপো, তোমাৰ আমাৰ পিচত তাতে মধুপুৰ নামে এখনি থান হব।'

সেই দেখি ভেলাথান টৌৰোছাই খহাই নিয়াত মধুপুৰলৈ সত্ৰ তুলি নিয়া হল। বজাই আগত থাকি ভেলাথানৰ মাটি কোৰেৰে ছপৰা ছপৰে খহাই ভৰোৱাই নি মধুপুৰ থানৰ ভেটিত দিওৱাই ধুলাৰ চিন ৰাখিছিল।

ভেলাসত্ৰৰ অধিকাৰ বুঢ়ীৰপো গোবিন্দ আতৈৰ দিনতে আদি কথাগুৰু চৰিত লিখা হৈছিল। মহাপুৰুষ গুৰু দুয়োজনা বৈকুণ্ঠ গামী হোৱাৰ বহুদিন পিচলৈকে আনকি পুৰুষোত্তম ঠাকুৰদেৱ চলাৰ পিচলৈকে (১৫৪১ শক) গুৰুদুজনাৰ বিস্তৃত জীৱনৰ ধাৰাবাহিক সূত্ৰ লিপিবদ্ধ হোৱা নাছিল। নামৰ পিচত চৰিত তোলা-প্ৰথাৰ ওপৰতেই গুৰুদুজনাৰ চৰিত আবদ্ধ হৈ আছিল মুখে মুখে। মধুপুৰ সত্ৰৰ ভকত সকলে গোবিন্দ অধিকাৰক ধৰিলে যে গুৰু-চৰিত হব লাগে। সেই ক্ৰমে গোবিন্দ অধিকাৰে জনা মতে মহাপুৰুষ গুৰুদুজনাৰ চৰিত কৰবলৈ আৰম্ভ কৰে আৰু ইন্দ্ৰজিত কায়স্থই লিখি যায়। এয়েই আদি কথা গুৰুচৰিত। ইয়াৰ আলম লৈয়েই পিচত মহাপুৰুষ গুৰুদ্বয়ৰ পদৰচিত চৰিতপুথি ৰচনা কৰিছিল মাধৱদেৱ পুৰুষৰ ভাগিন ৰামচৰণ ঠাকুৰে। ৰামচৰণ ঠাকুৰ ৰচিত গুৰুচৰিতেই বৰচৰিত নামে জনাজাত। পিচত ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈতাৰি ঠাকুৰেও গুৰু-চৰিত পদপুথি ৰচনা কৰে।

ইয়াত মাধৱদেৱৰ পুৰুষৰ বিষয়ে বিস্তৃত বৰ্ণনা আছে। যিহেতু মহাপুৰুষ গুৰুজনাৰ জীৱনকালৰ ভিতৰত কোনো লিপিবদ্ধ চৰিত নাছিল আৰু তেওঁলোকেও নিজে কোনো ঘটনা সূত্ৰৰ ক্ৰমিক উল্লেখ কৰি যোৱা নাই সেই হেতুকে চৰিত পুথিবিলাকৰ কথা আৰু বৰ্ণনাৰ বহু হেৰফেৰ আৰু অগাপিচা দোষৰ পৰা মুক্ত দেখা নেযায়। ৰামচৰণ আৰু দৈত্যাৰি ঠাকুৰৰ ওপৰিও আন আন চৰিতকাৰ যেনে দ্বিজ ৰামানন্দ, সাৰ্বভৌম ভট্টাচাৰ্য্য আদিয়ে গুৰুজনাৰ চৰিত বৰ্ণনা কৰি গৈছে পদ-পুথিৰে। তাতো বহু তাৰতম্য দেখা যায়। ভক্তসকলে ৰামচৰণ ঠাকুৰৰ ৰচিত চৰিত পুথিকেই প্ৰামাণ্য বুলি বৰচৰিত আখ্যা দি মান্য কৰে। ৰামচৰণ ঠাকুৰ যদিওবা মহাপুৰুষ শ্ৰীশঙ্কৰ গুৰুৰ দিনত বালক মাত্ৰ আছিল তথাপি মামাক মাধৱদেৱ পুৰুষৰ লগত বহুদিন ধৰি থকা কাৰণে তেওঁৰ লিখা চৰিত পুথি প্ৰামাণ্য বুলিয়েই ধৰা হয়। চৰিতকাৰ-সকলেও প্ৰত্যেকেই চৰিত পুথিত নানান বঢ়াটুটা দোষ আৰু ঘটনাৰ অগাপিচাৰ কথা স্বীকাৰ কৰি গৈছে।

মহাপুৰুষ মাধৱদেৱ বৈকুণ্ঠগামী হোৱাৰ পিচত মাধৱদেৱৰ প্ৰয়াণ-উত্তৰ কাজকৰ্ম কৰি অতাই ভাগিন ৰামচৰণ ঠাকুৰ বেহাৰৰ পৰা পাটবাউসীলৈ ফিৰি আহে। বৰপেটা থানৰ সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া আতাই মথুৰা সদৃশ বৰপেটা থান পৰিচালনা কৰি ধৰ্ম প্ৰসাৰ কৰি গুৰুজনৰ পিচত আৰু প্ৰায় দুকুৰি পাঁচ বছৰ কাল ইহজগতত থাকি ধৰ্ম ধৰি প্ৰচাৰ কৰি বৈকুণ্ঠী হয় ১৫৬৩ শকৰ আহিন মাহৰ কৃষ্ণা চতুৰ্থী তিথিত। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৰবনাতি পুৰুষোত্তম ঠাকুৰদেৱক মহাপুৰুষ মাধৱদেৱে নিজে ধৰ্মচাৰ্য্য পদত প্ৰতিষ্ঠা কৰি যায় ১৫১৩ শকৰ মাঘী পূৰ্ণিমাৰ দিনা তেৰা বেহাৰলৈ বুলি যোৱাৰ প্ৰায় বছৰ ডেৰেকৰ আগেয়েই। তাৰোপৰিও মাধৱ-দেৱ পুৰুষে নিজে আৰু বাৰজন ধৰ্মাচাৰ্য্য পাতি প্ৰত্যেককে বেলেগ

বেলেগ ভাবে কাম আৰু পৰিসৰ বুজাই দি ধৰ্মকাৰ্য্যৰ ভাৰ দি গৈছিল। মাধৱদেৱে পতা ধৰ্মাচাৰ্য্য বাৰ জন হ'ল—

১। ৰামচৰণ ঠাকুৰ ( সুন্দৰীদিয়া )
২। মথুৰাদাস বুঢ়া আতা ( বৰপেটা )
৩। বৰবিষ্ণু আতা ( চমৰিয়া )
৪। ভাটকুচিয়া কেশৱচৰণ আতা ( বৰজহা )
৫। পাটিয়া আতৈ বা পৰিহাৰৰ গোপাল ( হেৰেমদৈ )
৬। লক্ষ্মীকান্ত আতা ( ধোপগুৰি )
৭। লেচাকনিয়া গোবিন্দ আতৈ ( খটৰা )
৮। গোপাল আতা ( ভৱানীপুৰ )
৯। বংশীগোপাল বা দেউগোপাল ( দেবেৰাপাৰ )
১০। যদুমণি ( আধাৰ, মাহুৰা )
১১। শ্ৰীহৰি ( লাই আটি )
১২। পদ্ম আতা বা বদুলা আতা ( কমলাবাৰী )

এই সকলৰ ভিতৰত বুঢ়া আতা, বিষ্ণু আতা, গোপাল আতা, বংশীগোপাল দেউ, যদুমনি আৰু বদুলা আতাৰ বিশেষ স্থান।

মাধৱদেৱ পুৰুষে কলিয়া দলৈৰ সভাতে গুৰুনাতি পুৰুষোত্তম ঠাকুৰক কণ্ঠ মালা দি ধৰ্মাচাৰ্য্য পাতি দিয়াৰ পাচত তেওঁৰো মাধদেৱৰ দৰেই বাৰজন আজ্ঞাপৰ ধৰ্মাচাৰ্য্য পাতে। এওঁলোকক বৰ বাৰ-জনীয়া বোলা হয় আৰু এওঁলোকক ধৰ্মপ্ৰচাৰৰ কাৰনে দায়িত্ব দি উজনীলৈ পঠোৱা হয়। এই সকল ব্ৰাহ্মণ কায়স্থ ধৰ্মাচাৰ্য্য হল—

১। কোৰ চোং ( কেশৱ: ব্ৰাহ্মণ )
২। পুনীয়াৰ ( পৰশুৰাম: ব্ৰাহ্মণ ) ( ফুলবাৰী )
৩। চটমা বা চটমিয়াল ( বাসুদেৱ: ব্ৰাহ্মণ)
৪। সাওকুচি (হৰিচৰণ)
৫। ৰতনপুৰ ( প্ৰেমানন্দ বা পৰমানন্দ ভাগৱতী: ব্ৰাহ্মণ)

৬। বেঙেনা আটি ( মুৰাৰি )
৭। লেটুগাঁও এলেঙি ( ৰাপুকৃষ্ণ )
৮। গোমোথা (ৰামকৃষ্ণ : ব্ৰাহ্মণ)
৯। কাঠৰ বা কাঠপাৰ ( মুকুন্দ )
১০। চুপহা ( কৃষ্ণচৰন )
১১। ঠকবিয়াল ( কমললোচন )
১২। চেকেৰাতলি (গোপীনাথ : ব্ৰাহ্মণ)

পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ থান আৰু মহন্ত সকলক পতা হয় ১৫১৪ শকত। ৰৰঠাকুৰ পুৰুষোত্তমৰ প্ৰায় ৩০ বছৰ ধৰ্মাধিকাৰি কালত সত্ৰ সবাহ বাঢ়ি মহাপুৰুষৰ ধৰ্ম বিয়পি পৰে।

পুৰুষোত্তম ঠাকুৰৰ ভ্ৰাতৃ চতুৰ্ভুজ ঠাকুৰেও জ্যেষ্ঠৰ দৰেই বাৰজনকৈ ধৰ্মাচাৰ্য্য পাতে। এওঁলোকক সৰু বাৰজনীয়া বোলা হয় আৰু প্ৰত্যেককে উজনিলৈ মহাপুৰুষৰ একশৰণ ভাগৱতী ধৰ্ম প্ৰচাৰৰ কাৰণে পঠোৱা হয়। এওঁলোক কায়স্থ ব্ৰাহ্মণ ধৰ্মাচাৰ্য্য হ'ল—

১। কোৰচোং ( কেশৱ )—এইজন ৰৰঠাকুৰ, সৰু ঠাকুৰ দুয়োৰে আজ্ঞা পোৱা।
২। চুঙাপাৰ ( কানাই : ব্ৰাহ্মণ )
৩। নাচনি পাৰ ( ৰামভাৰক, ৰামভদ্ৰ : ব্ৰাহ্মণ )
৪। বেলশিলিয়া ( সনাতন )
৫। বনগঞা ( হৰি )
৬। শলখৰ গুৰি ( ৰত্নাকৰ )
৭। বিহিংপুৰ ( গোবিন্দ )
৮। হালধি আটি ( মুকুন্দ )
৯। গুজৰি ( জয়কৃষ্ণ )
১০। ভগুৱাল গ্ৰাম ( বিষ্ণুদেৱ : ব্ৰাহ্মণ )

১১। কাৰৈ মাৰি ( গোপীনাথ )

১২। খেৰকটিয়া ( কাঠবাপু ঃ ব্ৰাহ্মণ )

পুৰুষোত্তম ঠাকুৰৰ প্ৰয়াণ তিথি ১৫৪১ শক পুহ মাহ কৃষ্ণ চতুৰ্দশী। চতুৰ্ভুজ ঠাকুৰৰ প্ৰযাণ তিথি ১৫৭০ শক শুক্লা চতুৰ্দশী।

এইদৰে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম পৰিয়াল ভেলা মধুপুৰৰ পৰা বৰপেটা বৰদোৱা হৈ মাজুলী ব্যাপি গোটেই অসম জুৰি পৰে।

মাজুলীত বংশীগোপাল দেৱৰ পৰা বাঢ়ি কুৰুৱাবাহী সত্ৰ হয়। আউনী আটি সত্ৰ হয় জয়ধ্বজ সিংহৰ দিনত ১৫৭৫ শকত। গড়মূৰ সত্ৰ হয় চুচেংফা প্ৰতাপ সিংহ বুঢ়া ৰজাৰ দিনত। দামোদৰদেৱৰ পিচত বেহাৰৰ বলদেৱৰ ( বলোৰাম ) পৰা বাঢি দক্ষিণ পাট সত্ৰ হয় (বনমালী গোসাইক লৈ) জয়ধ্বজ সিংহৰ দিনতেই। মাজুলীৰ চাৰি সত্ৰ ঃ

| | মাধৱদেৱ ↓ বংশীগোপাল | | দামোদৰদেৱ ↓ বলদেৱ |
|---|---|---|---|
| ১। ↓ | ২। ↓ | ৩। ↓ | ৪। ↓ |
| কুৰুৱাবাহী | আউনী আটি | গড়মূৰ | দক্ষিণপাট |
| ( মিশ্ৰদেৱ ) | ( নিৰঞ্জন পাঠক ) | ( লক্ষ্মীকান্তদেৱ ) | ( বনমালীদেৱ ) |
| (মিছিৰ গোসাঁই ) | (নিৰঞ্জন দেৱ) | | |

মাধৱদেৱৰ আজ্ঞাপৰ বদুলা আতাই উজনীত কমলা বাৰী সত্ৰ স্থাপন কৰে।

গুৰুনাতি দুই ঠাকুৰদেৱৰ আজ্ঞাপৰ ব্ৰাহ্মণ কায়স্থ মহন্তসকলে উজনীলৈ আহি ধৰ্মপ্ৰচাৰ কৰেহি নিজাকৈ একোখনি সত্ৰ সবাহ পাতি লৈ। কালক্ৰমত এই বিলাক আদি সত্ৰৰ পৰা বাঢ়ি গোটেই অসম দেশতে কামৰূপ বেহাৰকে ধৰি নানান সত্ৰ সংস্থাক জন্মিয়তে মহাপুৰুষ গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ শুদ্ধ একশৰণ ভাগৱতী ধৰ্মৰ বৃহল

প্ৰসাৰ হয়গৈ। উজনীত আহোম স্বৰ্গদেউ সকলেও মহাপুৰুষৰ ধৰ্ম ধৰি থান সত্ৰ বিলাকক মাটিবৃত্তি দি ধৰ্ম প্ৰচাৰৰ কাৰণে সহায় কৰিছিল। জয়ধ্বজ সিংহ স্বৰ্গদেৱে ( ১৬৫৪—১৬৬৩ ) আউনী-আটি সত্ৰৰ নিৰঞ্জন দেৱত শৰন লৈ হিন্দুধৰ্ম গ্ৰহণ কৰিছিল। 'শৰনীয়া ৰজা' জয়ধ্বজে বেহাৰৰ প্ৰাণ নাৰায়ণৰ দেশৰ পৰা বংশীগোপালৰ শিষ্য বনমালী গোসাঁইক আনি দক্ষিণপাট সত্ৰপাতি বহুৱাই। এইজনা স্বৰ্গদেউৰ ৰাজত্ব কালতেই মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ নাতি বোৱাৰী চতুৰ্ভুজ ঠাকুৰৰ ভাৰ্য্যা কনকলতাই বৰদোৱা থানৰ পুনৰুদ্ধাৰ কৰিছিলহি।

পুৰুষোত্তম ঠাকুৰ বহুদিনলৈকে পাটবাউসীতে আছিল। চতুৰ্ভুজ ঠাকুৰে তামৰঙা বিলৰ পাৰত ঘৰবাৰী কৰি বিষ্ণুপুৰ সত্ৰ পাতি আছিল। মহাপুৰুষ গুৰুপত্নী কালিন্দী আই তেতিয়া বেচ বৃদ্ধা। মাধৱদেৱ পুৰুষৰ ভগ্নী উৰ্বশীয়ে ( ৰামচৰণৰ মাতৃ ) গুৰুপত্নীক আৰু ঠাকুৰ আৰু বোৱাৰীয়েক সকলোকে সুন্দৰীলৈ তুলি নি প্ৰতিপাল কৰিবলৈ ধৰিলে। উৰ্বশীৰ প্ৰতিপালনতে থাকি গুৰুপত্নী সুন্দৰীদিয়াতে পৰলোক গমন কৰে। ঠাকুৰ সকলে আই গোসাঁনীৰ শ্ৰাদ্ধ বিধি অতি সমাৰোহেৰে পালন কৰিলে। ইয়াৰ পিচত পুৰুষোত্তম ঠাকুৰ বেহাৰলৈ গৈ ভেলাথানতে ভাৰ্য্যা আৰু সেৱক সকলেৰে নিবাস কৰি আছিল। পুৰুষোত্তম ঠাকুৰ দেৱৰ গুণ-গৰিমা শুনি আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বৰ নাতি বুলি জানি লক্ষ্মীনাৰায়ণ ৰজাৰ পুতেক বীৰনাৰায়ণে তেওঁক অশেষ শ্ৰদ্ধা ভক্তি কৰিছিল। কিছুদিনৰ পিচত ভেলাথানতেই পুৰুষোত্তম ঠাকুৰ বৈকুণ্ঠগামী হয়। ১৫৪১ শকৰ পুহ মাহৰ কৃষ্ণা চতুৰ্দ্দশীৰ মাজনিশা। চতুৰ্ভুজ ঠাকুৰে জ্যেষ্ঠৰ প্ৰয়াণ সংবাদ জানি ভক্তসম বিষ্ণুপুৰ থানতে হৰি কীৰ্ত্তন মহোৎসৱ কৰিলে। ইয়াৰ কিছুদিনৰ পিচত জ্যেষ্ঠৰ অস্থি গঙ্গাত লগাবলৈ বুলি গৈ চতুৰ্ভুৰ্জ ঠাকুৰ ভেলা পালেগৈ। তাত কিছুদিন থাকি গঙ্গা তীৰ্থ কৰি ঘুৰি অহা বাটতে চতুৰ্ভুৰ্জ

ঠাকুৰৰ মৃত্যু হয় ( ১৫৭০ শক )। চতুৰ্ভুজ ঠাকুৰৰ মৃত্যুৰ পিচত বৰঠাকুৰৰ ভাৰ্য্যা ৰুক্মিনীদেৱী জীয়েক দময়ন্তীৰে সৈতে কিছুদিন ভেলাথানতে থাকিল। এনেতে দুষ্টমতি ব্ৰজনাৰায়ণ ৰজাই বৰঠাকুৰ দেৱৰ কন্যাক বলেৰে ধৰি নি বিবাহ কৰায়। মৰ্মাহত হৈ ৰুক্মিনী দেৱী আৰু বেহাৰত নেথাকো বুলি নাৱত দ্ৰব্যবস্তু ভৰাই দি কামৰূপলৈ উজাই আহিল।

ইয়াৰ কিছুদিনৰ পিচত সপ্তদশ শতিকাৰ মাজভাগত গুৰুজনাৰ নাতিবোৱাৰী চতুৰ্ভুজ ঠাকুৰৰ ভাৰ্য্যা কনকলতাই চতুৰ্ভুজ ঠাকুৰৰ ভগ্নী গোবিন্দপ্ৰিয়াৰ পুত্ৰ দামোদৰক লগত লৈ গুৱাহাটীৰ বৰফুকনৰ সহায়ত স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত, বৰ্ত্তমান নগাওঁ জিলাৰ পশ্চিম ভাগৰ আইভেটিত থানপাতি লৈ তাৰে পৰাই টঙচু বৰফুকনৰ সাহায্যত হাবিকাটি পুনৰ বৰদোৱা থান উদ্ধাৰ কৰে, মহাপুৰুষ গুৰুজনাই কছাৰী উপদ্ৰৱত বৰদোৱা এৰি থৈ যোৱাৰ প্ৰায় সাতকুৰি বছৰৰ পিচত, আনুমানিক ১৫৭৮ ৭৯ শকৰ ভিতৰতে। তাৰ অলপ দিনৰ পিচতেই কনকলতাৰ মৃত্যু হয় আইভেটিতে ১৫৮০ শক।

মহাপুৰুষ গুৰুজনাই বৰদোৱা পৰিত্যাগ কৰি যোৱাৰ পিচত বৰদোৱা থানৰ কথা বিস্মৃতিৰ গৰ্ভত প্ৰায় লোপ হৈ গৈছিল। পুৰুষোত্তম ঠাকুৰৰ থান বৰ্ণনাৰ গীত আৰু বুঢ়ী শাহুয়েক কালিন্দী আইৰ মুখৰ পৰা শুনা এই কথা খিনিয়েই একমাত্ৰ সম্বল কৰি তাকে 'মেপ' হিচাবে ব্যৱহাৰ কৰি গুৰুজনৰ নাতি বোৱাৰী কনকলতাই তেৰাৰ আদি লীলাৰ স্থান বৰদোৱা থানৰ পুনৰুদ্ধাৰ কৰে।

"উত্তৰত বৰদোৱা, বৰদ'ল
দক্ষিণত প্ৰকাশয়
তাহান মধ্যত গোসাঁইৰ মন্দিৰ
আছে ভেটি উচ্চ বৰ
পশ্চিম পাশত লোৰ গুটি বটা
আছে পতা মনোহৰ।"

আজিও সেয়ে ভক্তৰ মুখে মুখে "হাবি কাটি উলিয়ালা বৰদোৱা থান।"

আইকনকলতাৰ কোনো পুত্ৰ সন্তান নাছিল। সুভদ্ৰা আৰু ভৱপ্ৰিয়া নামে দুই কন্যাহে আছিল। সেয়ে চৰিত পুথিত আই কনকলতাতেই গুৰুজনাৰ বংশলতাৰ সীমা বুলি নিৰ্দ্ধাৰিত কৰা হৈছে। কনকলতাৰ প্ৰয়াণ ১৫৮০ শক।

"চতুৰ্ভুজ ভাৰ্য্যা কনকা স্বৰ্গে কৈলা গতি।
জানিবা শংকৰ বংশ গোত্ৰ সমাপতি॥"

চতুৰ্ভুজ ঠাকুৰৰ ভগ্নীপুত্ৰ দামোদৰৰ নামত আহোম স্বৰ্গদেৱে মাটিবৃত্তি দিছিল আৰু দামোদৰক অধিকাৰ হৈ বৰদোৱা থান চলাবলৈ দিছিল। পিচে কনকলতাৰ জীয়েক সুভদ্ৰাৰ পুত্ৰ অনন্তৰাম ডাঙৰ হৈ উঠাৰ লগে লগে দামোদৰ অধিকাৰ আতাৰ লগত মতান্তৰ ঘটিবলৈ ধৰিলে। আই কনকলতাই তেওঁৰ জীৱন কালৰ ভিতৰতে দামোদৰৰ পুত্ৰ ৰমাকান্ত (নৰোৱা সত্ৰ) আৰু নিজৰ জীয়েকৰ পুত্ৰ অনন্তৰাম (শল'গুৰি) দুয়োকো আচাৰ্য্য পদত নিয়োগ কৰি ভৱিষ্যত বিবাদৰ অন্ত পেলাবৰ চেষ্টা কৰিছিল। পিচলৈ তেওঁলোকৰ পুত্ৰ নাতি সকলৰ দিনলৈ প্ৰধান মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত বিবাদমান বৰদোৱা থান দুভাগত বিভক্ত হ'ল। ৰামদেৱ বয়সত জ্যেষ্ঠ হোৱা কাৰণে তেওঁৰ অংশক বৰফাল (বৰ হিচ্চা) আৰু ৰামচৰণ বয়সত কনিষ্ঠ হোৱাৰ বাবে তেওঁৰ অংশক সৰুফাল (সৰু হিচ্চা) বোলা হয়।

গুৰুজনাৰ ৫০০ বছৰীয়া জন্মোৎসৱৰ সময়ত (১৯৪৮) দুয়োফাল পুনৰ একত্ৰ হয় আৰু সমূহীয়া নামঘৰ কীৰ্তনঘৰ মনিকূট আদি নতুনকৈ নিৰ্মান কৰি বৰদোৱা থান পুনৰ বিকশিত হয়। ৫০০ শঙ্কৰাব্দ (১৯৪৮) ১৮৭১ শক।

# মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱ



- ১মা ভাৰ্য্যা সূৰ্য্যৱতী
  - কন্যা মনু (স্বামী হৰিকায়স্থ)
- ২য়া ভাৰ্য্যা কালিন্দী
  - ৰমানন্দ
    - ভাৰ্য্যা সুমতী
    - পুৰুষোত্তম
      - ভাৰ্য্যা লক্ষ্মীপুৰী
      - অনন্তপুৰী
      - কেহোঁপুৰী
      - ভোগপুৰী
  - কমললোচন
  - হৰিচৰণ
    - ভাৰ্য্যা উৰ্মিলা
    - চতুৰ্ভুজ—
      - ভাৰ্য্যা কনকলতা
      - সুভদ্ৰা
        - স্বাঃ ৰামগতি
        - অনন্তৰাম (শলগুৰি)
      - ভৱপ্ৰিয়া
      - গোবিন্দপ্ৰিয়া
        - স্বাঃ বৰুৱা আতা
        - দামোদৰ
          - ভাৰ্য্যা শিশুমতী
          - ৰমাকান্ত (নৰোৱা)
  - ৰুক্মিণী
  - বিষ্ণুপ্ৰিয়া

# মাধৱদেৱৰ গুৰুভক্তি

মাধৱদেৱৰ জীৱনৰ মহা আদৰ্শ হ'ল গুৰুভক্তি। তেওঁ নিজে গুৰুজনাৰ কথা উল্লেখ কৰিলে কৈছিল "মোৰ শ্ৰীশঙ্কৰদেউ গুৰু" বা "জগত গুৰু" বুলি। মাধৱদেৱ পুৰুষে গুৰুজনাক সকলো ক্ষেত্ৰতে আগকৰি দেখুৱাই গৈছে। ধুৱাহাট বেলগুৰিত মাধৱদেৱে শ্ৰীশঙ্কৰ দেৱক প্ৰথমেই গুৰুমানি দণ্ডৱতে পৰি বন্দনা কৰিছিল—

"ধ্যান মুলং গুৰুমূৰ্তি, পূজ্যমুলং গুৰুপদং
মন্ত্ৰমুলং গুৰুবাক্যং, মুক্তিমুলং গুৰুকৃপা ॥"
"গুৰুব্ৰহ্মা গুৰুবিষ্ণু গুৰুমহেশ্বৰ।
চৰাচৰ জগতৰ গুৰুসে ঈশ্বৰ ॥"

মাধৱদেৱ পুৰুষ ৰচিত গুৰুভটিমা গুৰুবন্দনা সুৱলা ভাবপূৰ্ণ হৃদয়ৰ বস্তু।

"জয়গুৰু শঙ্কৰ সৰ্বগুণাকৰ
যাকেৰি নাহিকে উপাম
তোহাৰি চৰণক ৰেণু
শতকোটি বাৰেক কৰোহো প্ৰণাম॥"

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও সেইদৰে মাধৱদেৱ পুৰুষক পৰম শ্ৰদ্ধা আৰু মৰমৰ চকুৰে চাইছিল। তেওঁক অভিন্ন হৃদয় "মাধৱ বান্ধৱ" বুলি কৈছিল। মাধৱদেৱক গুৰুজনাই নিজৰ নৱৰ বৈঠা স্বৰূপ বুলি কৈছিল। দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমনৰ পৰা ঘূৰি অহা বাটত যেতিয়া মাধৱদেৱে পাটবাউসীত আই গোসাঁনীক কথা দি যোৱা বাবে বৃন্দাবনলৈ যাবলৈ সম্মত নহ'ল, তেতিয়া শঙ্কৰদেৱে ভায়েক ৰামৰায়ক "কৈছিল বঢ়াৰ পো বৃন্দাবনলৈ আৰু যাব নোখোজে। তেওঁক এৰি থৈ নো আমি কেনেকৈ যাম? নাৱৰ সহায় বৈঠা। তেওঁ নহলেনো আমি কেনেকৈ চলিম?"

"শঙ্কৰে বোলন্ত শুনিয়োক ৰামৰায়।
কি কহিবো আমি আৰ মাধৱ নযায় ॥
বৈঠা বিনে শুধা নাৱে কি কৰিব জনে।
নৌকাৰ সহায় যেন দেখা বৈঠা খনি।
মাধৱ তেহ্নয় মোৰ, কৈলো নিষ্ঠ বাণী ॥"

মাধৱদেৱ আছিল গুৰুসেৱক আছিল। তেওঁৰ গুৰুসেৱা নিভাজ, নিৰহ, নিপানী। তেওঁ নিতৌ প্ৰাতঃ কালতে উঠি নিত্য সেৱা কৰ্ম কৰি গনককুচিৰ পৰা গুৰুজনাৰ পাশলৈ পাটবাউসীলৈ আহি গুৰুসেৱা কৰেহি। গুৰুজনে দুপৰীয়া নাম কীৰ্ত্তনান্তে ভোজনৰ পিচত বিশ্ৰাম কৰিবলৈ গলেহে তেওঁ নিজ বহালৈ ফিৰি যায়। নিজে ভোজনাদি সমাপ্ত কৰি পুনৰ গুৰুজনাৰ ওচৰলৈ আহে। এদিন শঙ্কৰদেৱে বিশ্ৰাম কৰি থকা অৱস্থাতে মাধৱদেৱ আবেলি গুৰুজনাৰ পাশ পালেহি। শঙ্কৰদেৱৰ মুমলীয়া জীয়েক কৃষ্ণিনীয়ে মাধৱদেৱক দেখা পাই শঙ্কৰদেৱক নিদ্ৰাৰ পৰা জগাই কৈছিল—

"উঠিয়োক পিতা তব মাধৱ বান্ধৱ।
আসি বসি আছে কৰিবাক লাগি সেৱ ॥"

শঙ্কৰদেৱে জীয়েকে মাধৱদেৱৰ আগমনিৰ বাৰ্ত্তা দিয়া কাৰণে সন্তোষ পাই আপ্লুত হৈ কৈছিল— আই তুমি মাধৱক মোৰ বান্ধৱ বুলি জানিলা। তুমি ধন্য।

"ধন্য ধন্য আই তুমি দুহিত্ৰী জন্মিলা।
মাধৱক জানি তুমি সাৰ্থক লভিলা ॥"

মহাপুৰুষগুৰু শ্ৰীশঙ্কৰদেৱ তীৰ্থলৈ বাৰকুৰি ভকতেৰে যাওঁতে বাটত মাধৱদেৱে কেনেকৈ প্ৰতিদিনে শঙ্কৰদেৱৰ শুশ্ৰূষা কৰি গৈছিল সি বিস্ময় মানিবলগীয়া। প্ৰতিদিন গুৰুজনা যি স্থানত ৰয়গৈ মাধৱদেৱে ঠাই পৰিষ্কাৰ কৰি আসন বসনৰ আল ধৰে। গুৰুৰ বিশ্ৰাম, খাদ্য ভোজন সকলোৰে যথাবিহিত বন্দোবস্ত কৰে।

তাৰ পিচত শয্যা প্ৰস্তুত কৰি দি গুৰুক শয়ন কৰাই গুৰুৰ পাৰত তেল খাবনি ঘঁহি দি গুৰুৰ নিদ্ৰা আহিলেহে উঠি গৈ নিজে ভোজন আদি কৰি শয়ন কৰে।

এবাৰ ধুবাহাট এৰি ভটিয়াই আহোতে মাধৱদেৱৰ নাও শঙ্কৰদেৱৰ নাৱতকৈ কিছু আগবাঢ়ি আহিল। গধূলি হোৱা দেখি তেওঁ বৈ নিজৰ খোলাত ৰন্ধনৰ আয়োজন কৰি চাউল বহাই দিলে। এনেতে শঙ্কৰদেৱৰ নাও আহি সেইখিনি পালেহি। মাধৱদেৱে শঙ্কৰদেৱক আথে বেথে তাতে নাও বাখিবলৈ ক'লে। মাধৱক পৰীক্ষা কৰিবৰ কাৰণে শঙ্কৰদেৱে সেইখিনি ঠাই সজ নহব বুলি অজুহাত দেখুৱাই আগবাঢ়ি গৈ অলপ দূৰত গৈ নাও বাখি পাৰলৈ নামিল। অলপ পিচতে মাধৱদেৱো সেইখিনি পালেহি। শঙ্কৰদেৱে সুধিলে 'তুমি ইমান সোনকালে খোৱা বোৱাকৈ কেনেকৈ আহিলা ?' মাধৱদেৱে প্ৰণতি জনাই ক'লে বাপ, য'ত আপুনি ৰবলৈ সজ নহল তাত দাসে কেনেকৈ অন্নভোজন কৰিবৰ প্ৰয়াস কৰিব পাৰে ? গতিকে চাউল চৰু পেলাই দি আপোনাৰ পিচতে নাও মেলি আহিলো।" মাধৱৰ ভক্তি দেখি গুৰুজনা পৰম আপ্লুত হ'ল।

তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি আহি পুনৰ কামৰূপ ৰাজ্য সোমোৱাত পথত দ্ৰব্য ঢুকুৱাত শঙ্কৰদেৱে কলত মাধৱদেৱে চাউল সিধা ক'ত পোৱা যায় বিচাৰি গাঁৱলৈ গ'ল। তাত এঘৰত সোমাই দেখিলে এজনী বুঢ়ীয়ে কান্দিব লাগিছে। সোধাত কলে বুঢ়ীৰ একেটি ল'ৰা ৰণলৈ গৈ আৰু উভতি নাহিল সেয়ে কান্দিছে। মাধৱদেৱে ক'লে আই তই চিন্তা নকৰিবি। তোৰ পুতেৰ আহি আছে। "বুঢ়ীয়ে ক'লে তুমি কেনেকৈ জানিলা ?" মাধৱদেৱে ঘপৰাই উত্তৰ দিলে, "মই নিজে দেখি আহিছো। তোৰ পুতেৰ ক'লা, চাপৰ, নাক চেপেটা, দাঁত উজলা, মুৰটো হেচামৰা, বছৰ পঁচিশ মান হব।" কৈ থাকোতেই বুঢ়ীৰ পুতেক আহি ওলালহি। বুঢ়ীয়ে পৰম আনন্দিত হৈ ৰব কৃতজ্ঞতাবে সৈতে মাধৱদেৱক অনেক চাউল, লোণ দ্ৰব্য আদি

আনি দিলেছি। ভকতসকলে সেইবোৰ আনি শঙ্কৰদেৱৰ ওচৰত দিলত শঙ্কৰদেৱে মাধৱদেৱক সেইবোৰ কেনেকৈ পালে সোধাত মাধৱদেৱে বিবৰি ক'লে। শঙ্কৰদেৱে শুনি বিৰক্ত হৈ মাধৱদেৱক ক'লে বুঢ়াৰ পো তুমি মিছা মাতিলা। তীক্ষ্ণ বুদ্ধি মাধৱদেৱে উত্তৰ দিলে বা'প মই মিছা মতা নাই

"ঈশ্বৰৰ অংশজীৱ নাহিকে মৰণ।
ভকতি নাহিকে হেন ভৈল কাল বৰ্ণ॥
ঈশ্বৰৰ নিৰ্মাল্য সিটো ঘ্ৰান নকৰায়।
যিহেতু চেপেটা নাক ভৈলন্ত তথায়॥
তোমাৰ নামক কদাচিতো মুখে নাসে।
উজ্জলা দশন তাৰ মুখত প্ৰকাশে॥
মাথা গোটা তযু পদে সেৱা নকৰিল।
সি কাৰণে মাথাগোটা টেপামৰা ভৈল॥
কোনোবা জন্মত আমি লাগ পাইছো তাক।
কোন খানি কৈয়া আছো আমি মিছা বাক॥
ভক্তসমে অন্নমুঠি ভুঞ্জিবা গোসাঁই।
এতেকতে সুবাসনা লভিবন্ত তাই॥"

ব্যাখ্যা শুনি শঙ্কৰদেৱে পৰম আনন্দিত হৈ ক'লে "মোৰ মাধৱে তেওঁৰ কথা যেনিয়েই পোনাই তেনিয়েই পোন হৈ যায়।"

আকৌ এদিন—তেওঁলোক চিলাৰায় দেৱানৰ মহলৰ ওচৰত ঠাকুৰীয়া গাঁৱত। দেখিলে ওচৰে পাজৰে কোনো নাই। ভোজনৰ দ্ৰব্যবস্তু কেনেকৈ যোগাৰ কৰা হব ভাবি চিন্তি থাকোতেই উপস্থিত বুদ্ধি সম্পন্ন মাধৱদেৱ গৈ গাঁৱৰ ঠাকুৰীয়াক ডবিয়াই ক'লে—"ৰজাৰ শহুৰেক আহিছে, তই দেখোন একো যোগান ধৰা নাই, একো খা খবৰ লোৱা নাই?" এই কথা শুনি ঠাকুৰীয়াই ভয় খাই লৰালৰিকৈ চাউল সিধা আদি দ্ৰব্যবস্তুৰ যোগাৰ কৰি দিছে।

ফিৰি আহি পাটবাউসী পালত গুৰুপত্নীয়ে মাধৱক প্ৰশংসা

কৰি আশীৰ্বাদ কৰিলে "বাপু, তোমাৰ কৃপাতহে মই স্বামী গুৰুক আকৌ পালো।" মাধৱদেৱে নিজ গুৰুক কোনো প্ৰকাৰে অসন্তুষ্ট নকৰাকৈয়ে গুৰু পত্নীক দি যোৱা কথা ৰাখিলে।

শঙ্কৰদেৱৰ বাক্যত মাধৱদেৱে শাস্ত্ৰ কৰিবলৈ বুলি মন কৰি এদিন 'ৰাজসূয়' গ্ৰন্থ ৰচনাৰ কাৰণে পাত-মহী আদি যুগুত কৰি ৰহিছে। এনেতে শঙ্কৰদেৱৰ খুড়াকৰ পুতেক ৰতিকান্তই দেখি উপহাস কৰি ক'লে 'দদায়ো শাস্ত্ৰ কৰে, তুমিও কৰিবা। লোকে এই কথা শুনিলে কি বুলিব ?" মাধৱদেৱে কথা শুনি শাস্ত্ৰ নেলেখি পাত-মহী সামৰি থ'লে। পিচত এই কথা শুনি শঙ্কৰদেৱে মনত বৰ বিষাদ পালে। এদিন সকলো ভক্তবৃন্দ পৰিবৃত্ত হৈ শঙ্কৰ মাধৱ দামোদৰ দুপৰ প্ৰসঙ্গান্তে সকলো নাম মুখত বহি আছে। এনেতে শঙ্কৰদেৱে সকলোকে উদ্দেশ্য কৰি মাধৱদেৱক কলে—"বঢ়াৰ পো, তোমাৰ আমাৰ ভিতৰত একো ভিনপৰ নাই। এই কথা নেজানিহে মন্দমতি সকলে আন প্ৰকাৰে কল্পনা কৰে। আজিৰ পৰা যত শাস্ত্ৰ কৰিব লাগিব সকলোকে তুমিহে ৰচনা কৰিবা। এই কথা মই নিশ্চয়কৈ ক'লো। তুমি গীত, নাট, পদ আদি ৰচনা কৰি জীৱৰ তৰণৰ উপায় চিন্তিবা।" বেহাৰলৈ শেষবাৰ যাত্ৰা কৰি ওলোৱাৰ আগেয়ে গুৰুজনাই মাধৱদেৱক এই নিৰ্দেশ দি গৈছিল।

"শুনিয়ো মাধৱ তুমি জানিবা নিশ্চয়।
তোমাৰ আমাৰ একো ভিনপৰ নাই॥
মন্দমতি লোকে এহি কথাক নেজানি।
নানাৰূপ কল্পনাক কৰয় অজ্ঞানী॥
যত শাস্ত্ৰ গীত পদ আমাক লাগয়।
ৰচনা কৰাহা তুমি এৰিয়ো সংশয়॥
দিলো মই আজি ধৰি সবে অধিকাৰ।"

গুৰুজনা বেহাৰলৈ যোৱাৰ কেইদিন মান পিচত ৰতিকান্ত গনককুচিলৈ

আহি মাধৱদেৱক প্ৰণাম কৰি তেওঁৰ সেই উপহাস বচনৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰি ক'লে "শুনা আতা, শঙ্কৰদাদা পৰ্বত সদৃশ আছিল, তেওঁৰ আঁৰত তুমি আছিলা। যেনেকৈ এটা পৰ্বতৰ আঁৰত আন এটা পৰ্বত থাকিলে আঁৰৰ পৰ্বতটো চকুত নপৰে, সেইদৰে দাদা থাকোতে তুমি চকুত পৰা নাছিলা, সেইদেখি তেতিয়া তোমাক ভালকৈ নেদেখি তুমি শাস্ত্ৰ কৰিব খোজাত উপহাস কৰিছিলো। এতিয়া তুমি শুনি মোৰ দোষ ক্ষমি শাস্ত্ৰ কৰি লোকৰ অজ্ঞান দূৰ কৰা।" এই কথাত মাধৱদেৱে সন্তোষ পালে আৰু তাৰ পিচৰ পৰা ৰাজসূয় আদি গ্ৰন্থ ৰচনা কৰিবলৈ ধৰিলে।

মাধৱদেৱে যেনেকৈ ছাঁ-সদৃশ হৈ সকলো সময়তে শঙ্কৰদেৱৰ সেৱা শুশ্ৰূষা কৰিছিল, তেনেকৈ পিচলৈ শ্ৰীৰাম আতায়ো মাধৱদেৱক পৰম শ্ৰদ্ধাৰে গুৰুসেৱা কৰি মাধৱদেৱৰ সকলো কাৰ্য্যৰ পিনে চকু ৰাখিছিল যাতে কোনো কাৰণে কোনো পিনে গুৰুজন কোনো অসুবিধাত নপৰে। মহাভক্ত শ্ৰীৰাম আতাই অকপট নিস্বাৰ্থভাৱে মাধৱদেৱক নিৰ্লিপ্তভাৱে সেৱা কৰিছিল গুৰুভক্তি গুৰুসেৱাৰ চৰম আদৰ্শ দেখুৱাই।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱক সাক্ষাৎ ঈশ্বৰ অংশ জ্ঞান কৰি মাধৱদেৱ পুৰুষে গুৰুভটিমাত কৈ গৈছে —

"ত্ৰিভুবন বন্দন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাহেৰি অংশ ॥"

মাধৱদেৱৰ গুৰুভক্তি গুৰুসেৱা অনুপম অতুলনীয় আদৰ্শনীয়।

"মাধৱ দীন মুৰুখমতি কহয়
জানি শুন সবলোই
বিনে গুৰু চৰণ ভকতি ৰকতি
মুকুতি কবহু ন হোই ॥"

## ভক্তসকলৰ প্ৰতি মাধৱদেৱৰ শেষ উপদেশ

মাধৱদেৱৰ ভক্তসকলৰ প্ৰতি শেষ উপদেশ আছিল নাম—নেৰিবাহঁক। নাম লোৱা, গুৰুসেৱা নেৰিবাহঁক।

"গুৰুসেৱা কৰিলে মাৰ্কণ্ডেয় ঋষি।
লক্ষ্মণেও গুৰুসেৱা কৰিলা হৰিষি॥
প্ৰহ্লাদ গুৰুসেৱা কৰিলা বিদ্যমান।
আমিও গুৰুসেৱা কৰিছো কিছুমান॥"

মাধৱদেৱে যেনেকৈ গুৰুসেৱা কৰি পৰম সন্তোষ লভিছিল সেইদৰে আনেও পৰম শ্ৰদ্ধাৰে গুৰুক সেৱা ভক্তি কৰা দেখিলে তেওঁ নথৈ শলাগ লৈছিল আৰু পৰম শ্ৰদ্ধা ও মৰমৰ চকুৰে চাইছিল। শ্ৰীৰাম আতাৰ গুৰুসেৱা, গুৰুভকতি দেখি শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱ দেৱ দুয়ো মহাপুৰুষেই পৰম সন্তোষ লাভ কৰিছিল। সেয়েহে এদিন ভকতসকলে মাধৱদেৱ পুৰুষক 'আজি কালিও জীৱন মুক্ত ভক্ত আছেনে' বুলি সোধাত মাধৱদেৱে তপৰাই মাত দিছিল সেয়া দেখোন তোমালোকৰ মাজতে আছে এই বুলি কৈ তেওঁ পৰম ভক্ত শ্ৰীৰাম আতাৰ পিনে চালে।

গুনীয়ে গুনীৰ মোল বুজে। মাধৱদেৱে নিজৰ গুৰুভক্তি গুৰু-সেৱাৰ তুলাচানিৰে চালি শ্ৰীৰাম আতাক গুৰুসেৱাত জীৱনমুক্ত ভক্ত বুলি প্ৰকাশ কৰি গৈছিল।

## মাধৱদেৱৰ ৰচনাৱলী

সুপণ্ডিত, সুসঙ্গীতজ্ঞ, নাট্যকাৰ, গীতকাৰ, কলা বিশাৰদ শ্ৰীকণ্ঠ মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ বহুল ৰচনাৱলীৰ ভিতৰত 'নাম-ঘোষা' পুথিখনি, যাক 'হাজাৰী ঘোষা বুলিও জনা যায় আৰু 'ৰত্নাৱলী' গ্ৰন্থখনি সুপ্ৰসিদ্ধ। মাধৱদেৱ পুৰুষে নিজেই কৈ গৈছিল—

'দশম কীৰ্তন' গুৰুজনাৰ মূৰ্ত্তিৰ সমান, 'ঘোষা ৰত্নাৱলী' আমাৰ থাকিবৰ স্থান। তাৰ পিচতেই মাধৱদেৱ পুৰুষ ৰচিত বৰগীত, ভটিমাৰ স্থান।

**নামঘোষা :** ১৪৯০ শকৰ ফাগুনত শ্ৰীমন্ত শঙ্কৰদেৱ শেষবাৰ কোচবেহাৰলৈ বুলি যাত্ৰা কৰি ওলাওতে মাধৱদেৱক কৈ গৈছিল—

"ঘোষা নামে এখনি প্ৰেমভক্তি গ্ৰন্থ কৰিবা।"

"বোলন্ত মাধৱ মই কহো সাৰতত্ব
ঘোষা নামে এক পুথি কৰিবা পাচত।"

শ্ৰীশঙ্কৰ গুৰুৰ নিৰ্দেশ মতে মাধৱদেৱ পুৰুষে গুৰুজনা বৈকুণ্ঠগামী হোৱাৰ বহুকাল পিচত সুন্দৰীত গৈ ঘোষাশাস্ত্ৰ খনি সম্পূৰ্ণ কৰে। এহেজাৰ ঘোষাৰে সম্পূৰ্ণ হোৱাত ঘোষা শাস্ত্ৰ খনিক 'হাজাৰী ঘোষা' নামেও জনা যায়।"

"সুন্দৰীত গৈয়া ঘোষা নামে শাস্ত্ৰ কৈলা।"

"চাৰি বেদ পুৰাণ
যত ভাৰত, গীতা, ভাগৱত চাই
ওহি সাৰ বিচাৰ কয় ভাষত
পৰম মুৰুখ মতি কহয় মাধৱ দীন
শঙ্কৰ গুৰু উপদেশং।"

যাক ঘুৰি লোকে সংসাৰ তৰে সেয়ে ঘোষা। শ্ৰুতি, স্মৃতি, গীতা, ভাগৱত আদি শাস্ত্ৰৰ সাৰ উদ্ধাৰ কৰি মাধৱদেৱে শাস্ত্ৰখনি সমাপ্ত

কৰি জীৱ উৰণৰ সাঁকো স্থাপন কৰিলে। অৱশ্যে অনেক ঘোষা ইয়াৰ নানা স্থান আৰু সময়ত আগেয়েই ৰচিত হৈছিল আৰু সেয়ে মন্ত্ৰৰূপে ভকত সকলৰ মুখে মুখে চলি আহিছিল, আৰু সেয়ে হাজাৰী ঘোষাৰ অন্তৰ্গত হৈছিল।

**ভক্তিৰত্নাৱলী ঃ**—মাধৱদেৱ পুৰুষৰ আনখনি সুপ্ৰসিদ্ধ ভক্তি দৰ্শনৰ গ্ৰন্থ ভক্তিৰত্নাৱলী শাস্ত্ৰ খনি।

কাশীত স্বনামধন্য ব্ৰহ্মানন্দস্বামীৰ টোলত পঢ়িবলৈ গৈ ব্ৰহ্মানন্দৰ নিৰ্দেশত বিষ্ণুপুৰী কৃত বাৰ স্কন্ধ ভাগৱত সাৰ ৰত্নাৱলী শাস্ত্ৰখনি ৰাম ৰাম গুৰুৰ জোঁৱায়েক কণ্ঠভূষণ পণ্ডিতে বাৰানসীৰ পৰা পাটবাউসী লৈ আনি মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ হাতত দিয়েহি। গুৰুজনাৰ নিৰ্দেশত মাধৱদেৱ পুৰুষে নানা ছন্দে বন্ধে ৰত্নাৱলী শাস্ত্ৰৰ জ্ঞানগৰ্ভ পদ পয়াৰ ৰচনা কৰিছিল। মাধৱদেৱে ৰত্নাৱলী শাস্ত্ৰ ৰচনা কৰোঁতে মাজে মাজে পদ কম বেচি কৰা হৈছে বুলি উল্লেখ কৰিছে—

"ইয়াত শ্ৰীধৰ স্বামী উক্তি লিখনত যত
ন্যূনধিক ভৈল নিৰন্তৰ।
সি সব চঞ্চল দোষ মই লুভিয়াৰ ক্ষমা
কৰিতে উচিত মহন্তৰ॥"

ৰচনাৰ শেষত মাধৱদেৱৰ উক্তি—

"এহি মানে ৰত্নাৱলী ভাগৱত সাৰ তুলি
লিখি আমি কৰিলো বেকত।
মহা মূঢ়মতি হুয়া বিৰচিলো পদবন্ধে
মহা গ্ৰন্থ ভক্তি ৰত্নাৱলী॥
শ্ৰীমন্ত পুৰুষোত্তম চৰণ পঙ্কজ কৃপা
মকৰন্দ বিন্দু প্ৰসাদত।
বিষ্ণুপুৰী বিৰচিত শ্ৰীভক্তি ৰত্নাৱলী
এহিমানে ভৈলা সমাপত॥"

লগতে ব্ৰহ্মানন্দই শ্ৰীশঙ্কৰদেৱলৈ নমস্কাৰ জনাই এটা শ্লোক, গুৰুক নমস্কাৰ জনাই এটা শ্লোক, ধূলাভূমিক নমস্কাৰ জনাই এটা শ্লোক আৰু দিশ নমস্কাৰ কৰি এটা শ্লোক, এই চাৰিটা শ্লোকেৰে সৈতে বিষ্ণুপুৰীৰ ৰত্নাৱলী গ্ৰন্থখনি কণ্ঠভূষণৰ হাতেৰে পঠিয়াই দিছিল। ব্ৰহ্মাণ্ডৰ এই চাৰিটা শ্লোক ভাঙি পিচত মাধৱদেৱে ঘোষা কৰিলে। শ্লোক চাৰিটা—

[১] লোকঃ সধন্যঃ স শুচিঃ স বিদ্বান
মখৈস্তপোভিঃস গুনৈর্ববিষ্ঠঃ
জ্ঞাতা স দাতা স তু সত্য বক্তা
যস্যাস্তি ভক্তিঃ পুৰুপেওমাখ্যেঃ ॥

[২] যস্যাং দিশি মহাভক্তাঃ শ্ৰীমৎ কমললোচনং।
কীৰ্ত্তয়ন্তি নমস্কৃত্য তাং দিশং স্বয়মচ্যুত ॥

[৩] ৰমানন্দ পদ দ্বন্দ মকৰন্দ মধুব্ৰতাঃ
যস্যাং দিশি বিৰাজতে মা গঙ্গা শতশঃ প্ৰভা।

[৪] কীৰ্ত্তনং জায়তে যত্ৰ ভূভাগে শ্ৰীমধুদ্বিষঃ
ওদ্ধূলী মাৰ হন্ মৰ্দ্ধা সাক্ষাত শ্ৰীকৃষ্ণ বল্লভঃ ॥

আৰু মাধৱদেৱৰ ঘোষা—

[১] "সেহি ধন্যলোক শুচিমন্ত সৰ্বগুণে শ্ৰেষ্ঠ বিদ্যাৱন্ত
যজ্ঞে তপে আতি সি সি জন শুদ্ধমতি।
সি সি জন মহাদাতা জ্ঞানী সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি ॥

[২] যি দিশত মহাভক্ত সবে শ্ৰীমন্ত কমললোচনক
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সি দিশক নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুত স্বৰূপ সিটো হোৱয়।

[৩] ৰমানন্দ পদ যুগলৰ মকৰন্দ মধুব্ৰত প্ৰায়
ভকত সকল যিদিশত প্ৰকাশয়।

সিদ্দিশ জানিবা গঙ্গাদেৱী অনেক প্ৰবাহৰূপে আতি
পৰম নিৰ্মল স্বৰূপে শোভা কৰয় ॥

সুন্দৰীতে ৰত্নাৱলী শাস্ত্ৰখনি সম্পূৰ্ণ কৰি মাধৱদেৱে ভাবিলে আগেয়ে কণ্ঠভূষণে বহু কষ্ট কৰি শাস্ত্ৰখনি বাৰানসীৰ পৰা আনিছিল। এবাৰ তেওঁক পদভাঙনি খিনি দেখুৱালে ভাল হয়। কণ্ঠভূষণে চাই চিতি দেখে বিচক্ষণ শাস্ত্ৰ হৈছে। বোলে "বাপ ই শাস্ত্ৰ ভকতৰ সৰ্বস্ব, বৈষ্ণৱৰ হিয়াৰ বস্তু। সকলো কথাই সাৰৰি লোৱা হৈছে। গোটেই বস্তুৰ অলী প্ৰেমময়।"

**বৰগীত**:— অসমীয়াৰ ঐতিহ্য বৰগীতৰ আখ্যা সুকঠিন। আধ্যাত্মিক ভাব, ভক্তিৰস প্ৰৱন সুললিত মাৰ্জিত ভাষা আৰু স্বৰ্গীয় ৰাগ থকা প্ৰাচীন গীতকে বৰগীত আখ্যা দিয়া হয়। যদিওবা মহাপুৰুষ গুৰুজনাৰ পিচত বহু আধ্যাত্মিক ভাৱপূৰ্ণ গীত ৰচনা কৰা হৈছে, তথাপিও বৰগীত বুলিলে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ প্ৰণীত গীতকহে বুজায়। পোন প্ৰথম বৰগীতটি ৰচনা কৰি গায় মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে হিমলোকৰ বদৰিকাশ্ৰমত নাৰায়ণৰ স্তুতি কৰি— "মন মেৰি ৰাম চৰণহি লাগু।" জনামতে এই গীতটিয়েই প্ৰথম বৰগীত। এই গীতটি গায় উঠাৰ পিচতেই গুৰুজনাই পৰম আপ্লুত ভাৱে কৈ উঠিছিল যে এই মুহূৰ্ততে তেওঁৰ পৰম বান্ধৱ মাধৱৰ আবিৰ্ভাৱ হৈছে। ১৪১১ শক জেঠৰ প্ৰতিপদ।

"চৌদ্দশ এঘাৰ অব্দ জ্যৈষ্ঠ মাসনিশি।"

গুৰুজনাই নিজে বাৰকুৰি বৰগীত ৰচনা কৰে বুলি উল্লেখ আছে। "গীত কৰি গোটাই লিখিলে বাৰেও কুৰি কমলা বায়নে নিলে আওবাবলৈ। চ'ত মহা বনপোৰা বতাহত ঘৰ পুইলে। গুৰুজনাই খেদ কৰি ক'লে ৰবাপো, অনেক শ্ৰমকৈ গীত খানি কৈলো। পুইলে গীত কিছু কৰা, আমি নকৰো। ছোট আতাই গীত কৈলে নকুৰি এঘাৰটা বৰগীত ছয়ৰসে নকৰো।"

তেহে শ্ৰীমাধৱদেৱে গুৰুবাক্য ধৰি গীত কৰিছে। এতিয়া মাত্ৰ

শ্ৰীশঙ্কৰদেৱে ৰচিত ৩৪টি বৰগীতহে পোৱা যায়। শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত বৰগীত পুথিত (1950) গুৰুজনাৰ ৩৪টি আৰু মাধৱদেৱ পুৰুষৰ ১৮০টি বৰগীত সন্নিবিষ্ট আছে।

যোৱা, বৰগীত বিলাক মাধৱদেৱ পুৰুষে নানা সময়ত নানান প্ৰসঙ্গত ৰচনা কৰিছিল। দুয়ো গুৰু ছয়কুৰি ভকতসমে তীৰ্থলৈ যাওঁতে মাধৱদেৱে গুৰুজনাত নানান কথা সোধে, গীত কৰে। গুৰুজনে কীৰ্তন কৰি কৃষ্ণৰ চৰিত্ৰ তোলে। কৃষ্ণ কীৰ্তন, শাস্ত্ৰালাপত সময় কেনেকৈ যায়, বাটৰ দুখ ভাগৰ কেনেকৈ যায় কোনেও গমকে নেপায়। "এহিমতে শঙ্কৰ মাধৱ চলি যান্ত।" বাটত দেৱদত্ত অধ্যাপকৰ টোলৰ কাষেৰে যাওঁতে শুনিলে ছাত্ৰ বিলাকে শব্দ, ধাতু, সূত্ৰ মাতিছে। চিঞৰি চিঞৰি ব্যাকৰণৰ সূত্ৰ আওৰাইছে। তেতিয়া মাধৱদেৱে খেদ কৰি ব্যাকৰণৰ পৰ্য্যায় আনি ঘোষা কৰি শুনাইছে—

"স্মৰহু গোবিন্দ মুঢ়
ভজহু গোবিন্দ মুঢ়
বোলহো গোবিন্দ মুঢ়
মৰণ সম্বিত হৈলে
গোবিন্দেসে ৰাখিবন্ত
নৰাখিব ডুকৃঞ কৰণে"

হৰি জোঁৱাইক অসমে কাটিবৰ সময়ত মাধৱদেৱে এই গীতটি ৰচনা কৰি গাই হৰি পদত মন স্থিৰ কৰি দিছিল—

"ভয়ো ভাই সাৱধান
যাৱে নাহি ছুটে প্ৰাণ
গোবিন্দৰ ফৰমান
নিকটে মিলায়ে জান
জীৱন যৌৱন ঠোৰ
সবে মায়াময় চোৰ
দুখ সব কৰা দুৰ

হৰি পদে মন জুৰ
ত্যজা সব অভিলাস
দূৰ কৰা মোহপাশ
হৰি পদে কৰা আশ
কহয় মাধৱ দাস।”

তীৰ্থলৈ যাওঁতে এঠাইত এজনে কৃষি কৰা দেখি গুৰুজনাই মাধৱক সুধিলে “বঢ়াৰ পো লোকটিয়ে কি কৰিছে? মাধৱদেৱে উত্তৰ দিলে “বাপ, কৃষি কৰিছে। “তেন্তে আমাৰো ভক্তিৰূপ কৃষি কৰা যাওক।” এই কথা শুনি মাধৱদেৱে এই গীতটি ৰচনা কৰি গালে—

“কিৰিষি কৰ আলো মনাই
হৰিচৰণ সেৱা পৰম সুখে।”

পুৰীৰ জগন্নাথ মন্দিৰৰ প্ৰৱেশ দ্বাৰত থিত হোৱাত পাণ্ডাই বোলে মন্দিৰৰ দ্বাৰত প্ৰৱেশ কৰিলে বেতৰ কোব একোটিকৈ লব লাগে। মাধৱদেৱে এই শ্লোক মাতি তেওঁলোকক প্ৰহাৰ কৰিবলৈ মানা কৰে।

“কদা বেত্ৰ প্ৰহাৰেণ কধিৰং যায়তে মম।
শক্ৰাদয়ো দেৱগনাঃ নিত্যং বাঞ্ছন্তি সৰ্বদা॥”

পিছত ঘোষা কৰিছে—

“হৰিৰ গৃহৰদ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ব্ৰহ্মা আদি ইন্দ্ৰ দেৱজাক।
হেনয় দ্বাৰত বেত্ৰৰ প্ৰহাৰ পাইবাৰ যোগ্য
হওঁ আমি কমন বৰাক।”

আমি ইমান ডাঙৰ হওঁনে যে ইন্দ্ৰ আদি দেৱতা সকলৰ দৰে হৰিৰ দ্বাৰত বেতৰ প্ৰহাৰ পাব লাগিব?

পিচদিনা ৰাতিপুৱা স্নানাদি কৰি ভক্তসমে গুৰুজনা আৰু মাধৱদেৱ মন্দিৰৰ ভিতৰত সোমালগৈ। নাট মন্দিৰৰ দ্বাৰত থকি জগন্নাথৰ মূৰ্ত্তিলৈ নিৰিক্ষি মাধৱদেৱে তেতিয়াই এটি গীত ৰচনা কৰি গালে—

"মোকে দেখিওনা কেনে ওহে জগন্নাথ
মই বৰ পাপেৰ পাপী।
সংসাৰ কু'পত পৰিয়া তোমাৰ
চৰণে নধৰো চাপি ॥"

তীৰ্থৰ পৰা ফিৰি অহা বাটত পূৰ্বে শ্ৰীশঙ্কৰদেৱত শৰণ লোৱা ৰূপ সনাতনৰ ভাগিন এজনক সন্ন্যাসী বেশত পাই তেওঁ পৰিচয় দিয়াৰ পাচত শঙ্কৰদেৱে সুধিলে বোলে এক শৰনীয়ালোকৰ এনে বেশ কিয়? তেওঁ ক'লে দেশ লৈ ভেশ। নহলে ভিক্ষাৰ চাউল মুঠিও পোৱা নাযায় বুলি শ্লোক মাতি স্তুতি কৰিলে। পিচত মাধৱদেৱে সুন্দৰীত তাকে ঘোষা কৰিছে—

"নোহো জানা আমি চাৰি জাতি।
চাৰিও আশ্ৰমী নোহো আতি ॥
নোহো ধৰ্মশীল তীৰ্থ ব্ৰত অনুগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ
গোপী ভৰ্ত্তা পদ কমলৰ
দাসৰো দাসৰো তান দাস ভৈলো আমি ॥"

বাটত বৃন্দাবনলৈ যোৱা যাত্ৰী এজন পালে শান্তিপুৰ কটোৱা পাৰহৈ যোৱাৰ পিচত। তেওঁ ভট্ ভট কৈ ৰাধা কৃষ্ণৰ বৰ্ণন আৰতি গাইছে ৰাতিপুৱাতে। শঙ্কৰদেৱে ক'লে "বঢ়াৰ পো লোকৰ ভাটে দেখোন ভট্ভটাইছে। আমাৰ ভাটেনো কি কৰে?" তেতিয়া মাধৱদেৱে গুৰুবাক্য শিৰোধাৰ্য্য কৰি ভটিমা টোটয় কৰি গাইছে—

"প্ৰাতঃ সময়ে যশোৱা জননী
মুখ চুম্বিত শ্যাম জগাৱন কো… …"

কিছুদূৰ আহি গঙ্গাৰ ঘাট পাইছেহি। তাত কেইবাজনো বঙালী ভক্তই গাইছে—

"যমুনাৰ তীৰে তীৰে যদুৰায়
ব্ৰহ্মাণ্ডৰ ঈশ্বৰে ধেনু চৰায় ॥"

শঙ্কৰদেৱে শুনি মাধৱদেৱৰ পিনে চাওঁতে, মাধৱদেৱে গীত ৰচনা কৰি গাই শুনালে—

"আজু গোপীনাথ পেখনো আখি।
যমুনাৰ তীৰে ফিৰে ধেনু ৰাখি॥"

এবাৰ তীর্থ যাত্রীসকল গাঁৱৰ মাজেৰে যাওঁতে তেওঁলোকে দেখিলে কিছুমান পণ্ডিত একত্র হৈ বহি শাস্ত্রৰ অর্থ ব্যাখ্যা কৰিব লাগিছে। মাধৱদেৱক শঙ্কৰদেৱে সুধিলে, "সেইখন কিহৰ মেল ?" মাধৱদেৱে উত্তৰ দিলে "বাপ, শাস্ত্রৰ অর্থ ব্যাখ্যা কৰা হৈছে।" এই কথা শুনি শঙ্কৰদেৱে ক'লে "বঢ়াৰ পো আমাৰো এবাৰমান শাস্ত্র ব্যাখ্যা কৰাছোন।" আজ্ঞা পালি মাধৱদেৱে এই গীতটি ৰচনা কৰি গালে— "শুনলো পণ্ডিত

হৰি কথা সেৱা বসে থিৰ কৰু চিত্ত।
* * * *
ভকতি সমান বলী নাহি নাহি আৰ
কহয় মাধৱ গতি নন্দৰ কুমাৰ॥"

এঠাইত এজন লোকে বাণিজ্য কৰা দেখি শঙ্কৰদেৱে মাধৱদেৱক সুধিলে "বঢ়াৰ পো, সেয়া কি কৰিছে ? 'মাধৱদেৱে উত্তৰ দিলে' 'বাপ, বেপাৰ কৰিছে।' শঙ্কৰদেৱে ক'লে আমাৰো কৰা। এই কথা শুনি মাধৱদেৱে এই গীতটি ৰচনা কৰি গালে—

"বেসায়ো ভাৰতে হাট, আউৰ বেলি নাটে
চলিতে নিকট ভৈয়ো,' ভৰা দিয়া জাণ্টে।
ভাৰত পাটত নৰ লাও পচি যায়
হুয়ো সাৱধান কৃষ্ণ কিঙ্কৰে গায়॥"

এবাৰ পদব্রজে গৈ থাকোতে শঙ্কৰদেৱে কেতবোৰ ঢুলিয়াই ঢোল বজোৱা শুনি মধেৱদেৱক সুধিলে 'বঢ়াৰ পো, সেয়া কি কৰিছে ?" বোলে 'বাপ ঢোল বজাইছে।' "শঙ্কৰদেৱে ক'লে "আমাৰো বাৰ লাগিব।" মাধৱদেৱে তেতিয়া এই গীতটি ৰচনা কৰি গালে—

"মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু
জগত জীৱন ৰাম হৰি হৰি ॥" ইত্যাদি।

এইদৰে নানান গীতমাত, ঘোষা, পদ চৰ্চ্চা কৰি হুয়ো গুৰু হুকুৰি ভক্তেৰে নকুৰি দিনত তীৰ্থ কৰি আছিছে। মাধৱদেৱ পুৰুষে সময়ে সময়ে ৰচনা কৰি সুৰ দি গোৱা গীতমাত ভটিমা ভক্তসকলৰ মুখে মুখে চলি আছে। পিচলৈ সেয়ে নামঘোষাত হাজাৰি ঘোষাৰ মাজত লিপিবদ্ধ হয়গৈ। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বৈকুণ্ঠগামী হোৱাৰ পিচতহে মাধৱদেৱ পুৰুষে নিজে শাস্ত্ৰ লিখাত ব্যস্ত হয় আৰু পিচৰ একুৰি আঠ বছৰ সময়ৰ ভিতৰতে এই বিলাক ৰচনা সম্পূৰ্ণ কৰে।

**নাটগীত : কোটোৰা খেলোৱা নাট :**

পাটবাউসীৰ থীড়ামড়লৰবাৰীত থাকোতেই মাধৱদেৱে কোটোৰা খেলোৱা নাটগীত সূত্ৰ কৰিছে। এই নাট ৰচনা কৰি থকাৰ সময়তে দক্ষিণৰ বিষ্ণু আতা আহি মাধৱ দেৱত শৰণ লয়হি।

**ৰাস ঝুমুৰা আৰু চোৰধৰা নাট :** গুৰুজনে সুন্দৰীত থীৰ মড়লৰ বাৰীত থাকোতেই ৰচনা কৰে।

**দধিমথন নাট :** বৰপেটা সুন্দৰীত থাকোতেই মাধৱদেৱে দধিমথন নাট আৰু আন আন নাট আৰু শ্ৰীকৃষ্ণৰ বাল্য লীলাখেলাৰ নাট গীত ৰচনা কৰে। এইবিলাক হ'ল— নৃসিংহ যাত্ৰা নাট, ৰাজ-সূয় নাট, ৰাস ভাওনা, গোবৰ্দ্ধন নাট, অৰ্জ্জুন ভঞ্জন নাট, পিম্পৰা গুচোৱা নাট, ভোজন বিহাৰ নাট, ভূমি লুটিয়া নাট। মাধৱদেৱৰ ভনিতা পোৱা আন আন বহুতো নাট গীতৰ উল্লেখ আছে কিন্তু সেইবিলাকে যে মাধৱদেৱ পুৰুষৰ ৰচনা নহয় তাত কোনো সন্দেহ নাই। তেওঁৰ নামত চলেৱোৰ বৃথা প্ৰয়াস মাত্ৰ।

**আদিকাণ্ড ৰামায়ণ ৰচনা :** শ্ৰীশঙ্কৰদেৱে মাধৱকন্দলি ৰচিত সপ্তকাণ্ড ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড বিচাৰি নেপাই ক'লে "বড়াৰ পো, আমি ধৰো গোৰত, তুমি হোৱা আগে।" তেহে

উত্তৰাকাণ্ড ৰচনা কৰিছে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে নিজে আৰু আদি-কাণ্ড কৰে মাধৱদেৱে।

বাল্মীকি ৰামায়ণৰ অসমীয়া পদ পয়াৰ ৰচনা কৰিছিল শঙ্কৰ-দেৱৰ পূৰ্ব কবি অপ্ৰমাদী কবি চূড়ামনি মাধৱ কন্দলিয়ে গুৰুজনাৰ আবিৰ্ভাৱৰ প্ৰায় শতেক বছৰ আগেয়ে মধ্য চতুৰ্দ্দশ শতাব্দীত ৰৰাহী ৰজা মহামানিক্যৰ অনুৰোধ ক্ৰমে।

"কবিৰাজ কন্দলি যে আমাকেসে বুলিৱয়
কৰিলোহো সৰ্বমন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামানিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে॥"

শঙ্কৰ মাধৱ গুৰুদুজনাই উত্তৰাকাণ্ড আৰু আদিকাণ্ড পুনৰ ৰচনা কৰি মাধৱ কন্দলিৰ সপ্তকাণ্ড ৰামায়ণ সম্পূৰ্ণ কৰে। আদিকাণ্ড ৰামায়ণ সম্পূৰ্ণ হয় সুন্দৰীত।

**নাম মালিকা :** পূৰ্বে উৰিষ্যাৰ পুৰুষোত্তম গজপতি ৰজাই নানান শাস্ত্ৰমথি নামৰ মাহাত্ম্য একত্ৰ কৰি ৰখানি এখনি শাস্ত্ৰ কৰাইছিল 'নাম মালিকা'। বীৰ কাজীয়ে সেই পুথিখন লক্ষ্মীনাৰায়ণ ৰজাৰ ভাণ্ডাৰত পাই তাৰ পৰা আনি প্ৰথমতে এজন সৌৰাষ্ট্ৰ ব্ৰাহ্মণক দিলে নাম মাহাত্ম্যৰ পদ কৰিবলৈ। কিন্তু সি কাৰ্য্য ঠিক নোহোৱাত পুনৰ ভদ্ৰকালী নামে কায়স্থক পদ ভাঙনি কৰিবলৈ দিলে। তেওঁ তিনিমাহে পদ কৰি আনি দিয়াত সিও মনঃপুত নোহোৱাত বীৰকাজীয়ে মাধৱদেৱক তাৰ পদ কৰিবলৈ দিলে। তেহে মাধৱদেৱে হৰিষ মনেৰে নানা ছন্দেৰে তিনিপক্ষে তাৰ পদ কৰি বীৰ কাজীত দিলত, বীৰ কাজীয়ে মহা সন্তোষ পাই পঢ়াই চাই বোলে "ঈশ্বৰেহে ঈশ্বৰালি কৰ্ম, মনুষ্যৰ কাৰ শক্তি আছে কৰিবৰ।" বীৰ কাজীয়ে টকা বস্ত্ৰ দি গুৰুজনক সেৱা কৈ গ'ল।

"নাম মালিকাৰ পদ, কৰিলা মাধৱদেৱে
জানা বীৰ কাজীৰ বচনে।" (দৈত্যাৰি)

মহাপুৰুষ মাধৱদেৱে বহুলা (পদ্ম) আতাক নিজৰ পাৰ বদলে উজনীলৈ যাবলৈ আজ্ঞা কৰি কৈছিল— "তোমাৰ কাৰণে বিষম অসম সম হব।" আৰু লগতে চাৰিখনি শাস্ত্ৰ দি ক'লে "দশম কীৰ্ত্তনত শ্ৰীশঙ্কৰ গুৰুক দেখিবা আৰু ঘোষা ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা।" আৰু নাম মালিকা শাস্ত্ৰ খনি আনি দি ক'লে "তুমি মোৰ সেৱকৰ ভিতৰত আঁত মছা নুমলীয়া। নাম মালিকা শাস্ত্ৰ খনিও মোৰ তেনেকৈ আঁত মছা নুমলীয়া। নাম মালিকা গ্ৰন্থ ৰচনা কৰিয়েই আমি কাপ কাঠি এৰিছো।"

মহাপুৰুষ গুৰু দুজনাৰ শেষ ৰচনা শ্ৰীমন্ত শঙ্কৰদেৱৰ 'ৰাম বিজয় নাট' আৰু মাধৱদেৱ পুৰুষৰ 'নাম মালিকা'। তাৰ পিচতে গুৰুদুজনাই কাপকাঠি এৰিছে।

শ্ৰীমন্ত শঙ্কৰ গুৰু বৈকুণ্ঠগামী হোৱাৰ বাৰ্তা শুনি মাধৱদেৱে দুখত খেদ কৰি গাইছিল—

"আলো মই কি কহবো দুখ
পৰাণ নিগৰে নেদেখিয়া চান্দ মুখ ॥"

তাৰপৰা পিচৰ একুৰি আঠাইশ বছৰৰ ভিতৰত মাধৱদেৱ পুৰুষে উপৰোক্ত প্ৰায় সকলো গীত নাট গ্ৰন্থ ৰচনা কৰে।

# মহাপুৰুষীয়া ধৰ্মৰ পন্থ ভেদ

**দামোদৰ দেৱ :**

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে তেওঁৰ প্ৰিয় শিষ্য মহাভক্ত মহাভাগৱত দামোদৰ দেৱক অভিন্নকায় বুলি ভাবিছিল।

"দামোদৰ শঙ্কৰৰ প্ৰীতি বাঢ়ি যায়।
যেন এক দেহ দুই ভিন্ন ভাৱ নাই॥
বৈকুণ্ঠ সমান সিটো পাটবাউসী ভৈলা।
শঙ্কৰ মাধৱ দামোদৰ তিনি বৈলা॥"

গুৰুজনাই নিজে দামোদৰ দেৱক গুৰু আখ্যা দিছিল। দামোদৰ দেৱে নিতে কীৰ্তন ঘৰত ভাগৱত পাঠ কৰি শুনায়।

"শ্ৰীশঙ্কৰ লগে ব্ৰাহ্মণ ভকত।
পৰম আনন্দে কথা শুনা সমাজত।
প্ৰথমে দামোদৰ গোপাল বলোৰাম।
পৰমানন্দ ভাগৱত ভট্টাচাৰ্য্য নাম॥
কবি কণ্ঠভূষণ গুৰু ৰাম ৰাম।
শঙ্কৰক আৱৰিয়া থাকে অবিৰাম॥

শঙ্কৰদেৱে দামোদৰ গুৰুক নিৰ্দেশ দিলে—

"ব্ৰাহ্মণ সজ্জন লোক যতেক আছয়।
ভজায়ো সবাকে তুমি নাহিকে সংশয়॥
দামোদৰ পাৱে লোক ভজিবে অপাৰ
যত মেধি ভক্ত হৈবে সকলি আমাৰ।" (নীলকণ্ঠ)

**হৰিদেৱ :**

সেইদৰে শ্ৰীহৰিদেৱেও শ্ৰীশঙ্কৰ গুৰু আৰু মাধৱদেৱৰ শ্ৰদ্ধা আৰু স্বীকৃতি পাইছিল। হৰিগুৰু প্ৰথমে শ্ৰীশঙ্কৰ গুৰুৰ পাশলৈ আহোঁতে গুৰুজনাই সুধিছিল—

"শঙ্কৰে বোলন্ত গুৰু কিসক আসিলা।
হৰিগুৰু অৱনতে কহিবে লাগিলা॥
হৰি দেৱতাত মোৰ মন লাগিছয়।
সুপন্থ পাইবাক লাগি কৰিছো আশ্ৰয়॥
তযু কথা শুনি মোৰ লাগি আছে মন।
কৃষ্ণ পাদ পদ্মে মোক কৰায়ো শৰণ॥"

(দ্বিজ ৰামানন্দ)

হৰিগুৰু নিজে নিজ ঠাই মানেৰিৰ পৰা গুৰুজনাৰ পাশলৈ আহি শ্ৰীগুৰুৰ লগত নাম প্ৰসঙ্গ আৰু ভাগৱত চৰ্চা কৰিছিল।

"মানেৰিৰ পৰা এহিসে কাৰণে আনন্দ কৰিয়া যান্ত।
শঙ্কৰক আদি কৰিয়া যতেক শুনে ৰঙ্গে ভাগৱত॥"

পিচত হৰি গুৰুৰ প্ৰাৰ্থনা অনুযায়ী শ্ৰীশঙ্কৰদেৱে দামোদৰ দেৱ, মাধৱদেৱ আদি ভক্তবৃন্দ লৈ হৰিদেৱৰ সত্ৰত সাতদিন সাত ৰাতি থাকি নামকীৰ্ত্তন কৰি আহিল। হৰিদেৱ গুৰুক মান্য কৰি এনেভাৱে শ্ৰীশঙ্কৰগুৰুৱে তেওঁক মান্যতা স্বীকৃতি দিছিল। এই অৰ্থেই হৰিদেৱ গুৰুৰ সত্ৰৰ নাম মনেৰি সত্ৰ হৈছিল।

**ভট্টদেৱ :**

মহাপুৰুষ গুৰুজনাৰ আন প্ৰিয় ভক্তসকলৰ ভিতৰত অছিল অতি বিদগ্ধ পণ্ডিত কবিৰত্ন ভাগৱত ভট্ট বৈকুণ্ঠ নাথ। বৈকুণ্ঠনাথ দামোদৰদেৱৰ অতি বিশিষ্ট শিষ্য আৰু উত্তৰাধিকাৰী আছিল।

প্ৰথমে ভট্টদেৱে দামোদৰদেৱক "হৰি নামে, হৰি নামে, হৰি নামে নিশ্চয়" শংকৰদেৱৰ এই বিশিষ্ট পথ বিশ্বাসত অযুক্তিকৰ বুলি কৈছিল।

"কৰিবন্তে বোলে ব্ৰাহ্মণৰ জন্ম লই।
পঞ্চদেৱতাক পূজা কৰিবে লাগয়।
নকৰি গায়ত্ৰী বিপ্ৰে কৰয় ভোজন।
চণ্ডাল সদৃশ জানা হয় সিটো জন ॥"

( ৰামচৰণ )

দামোদৰদেৱে ভট্টদেৱক সমিধান দিছিল—

"শুনি দামোদৰে হাসি বচন বোলয়।
আমাৰ কথাত মাত্ৰ তৰ্কহে বাঢ়য় ॥
...  ...  ...  ...
যত জীৱ তত শিৱ বুলি শাস্ত্ৰে কয়।
হৰি নেথাকিলে জীৱে শান্তিক নপায় ॥
সৃষ্টি স্থিতি লয় হয় হৰিৰ ইচ্ছায়।
সবাৰো কাৰণ প্ৰভু জানিবা নিশ্চয় ॥"

( ৰামচৰণ )

পাচত শ্ৰীশ্ৰীশংকৰদেৱক লগ পাই বৈকুণ্ঠনাথ তেওঁৰ কথাত ক্ষান্ত হয় আৰু দামোদৰদেৱৰ যুক্তি মানি শ্ৰীশংকৰদেৱক কৈছিল—

"বহু অপৰাধ মই নেজানি কৰিলো।
নিন্দাবাদ কৰি মই অধোগামী ভৈলো ॥
দিয়ো উপদেশ মোক, মজিলো গৰত।
*এহি বুলি কৰজোৰে শৰণ মাগিল ॥"*

(ৰামচৰণ)

ভট্টদেৱক শ্ৰীশংকৰদেৱে বুজাই বঢ়াই দামোদৰদেৱক আজ্ঞা কৰিলে ভট্টদেৱক নাম শৰণ দিবলৈ।

"গুৰু বোলে আত কিছু নকৰা সন্দেহ।
মোৰে দামোদৰে ভিন্ন নাহি মাত্র লেশ ॥
গুৰু আজ্ঞা পাই দামোদৰ মহামানী।
ভট্টদেৱে দিলা ধৰ্ম মহাজ্ঞানী জানি ॥"

(ৰামচৰণ)

এইদৰে ভট্টদেৱ শংকৰ, মাধৱ, দামোদৰৰ লগত এক হৈ নিজৰ বিশিষ্ট জ্ঞান আৰু উদাৰ মনৰ প্ৰভাৱেৰে সেই সময়ৰ আন আন সুপ্ৰখ্যাত ব্ৰাহ্মণ পণ্ডিতসকলক নিজৰ মতলৈ আনি তেওঁলোকৰ দ্বাৰাই হৰিনামৰ মাহাত্ম্য বুজাই একশৰণ ভাগৱতী ধৰ্মৰ সোঁত চাৰিও পিনে বোৱাই দিছিল জীৱৰ নিস্তাৰৰ কাৰণে।

-গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত মাধৱদেৱ পুৰুষ মহাপুৰুষ গুৰুজনাৰ উত্তৰাধিকাৰী ৰূপে ধৰ্মাচাৰ্য্য হোৱাত দামোদৰদেৱে অসোন্তোষ পাই নিজে বৈকুণ্ঠপুৰ সত্ৰ পাতি মাধৱদেৱৰ পৰা পৃথক হৈ বেলেগে ভাগৱতী ধৰ্মৰ প্ৰচাৰ কৰিছিল। দামোদৰদেৱেও শেষ বয়সত কামৰূপত পৰিক্ষীত নাৰায়ণ ৰজাৰ নিগ্ৰহ ভোগি শ্ৰীশংকৰদেৱ মাধৱদেৱৰ দৰেই পাটবাউসী এৰিগৈ বেহাৰত লক্ষ্মীনাৰায়ণ ৰজাৰ আশ্ৰয়ত থান সত্ৰ পাতি থাকেগৈ। তাতে দামোদৰ দেৱ ১৫২০ শকৰ বহাগৰ শুক্লা প্ৰতিপদত শংকৰ মাধৱৰ দৰেই কোচবেহাৰ পবিত্ৰ কৰি নিজ সত্ৰ বৈকুণ্ঠপুৰতে বৈকুণ্ঠী হয়। দামোদৰদেৱে বেহাৰৰ বৈকুণ্ঠপুৰ সত্ৰত বলদেৱক অধিকাৰ পাতি যায় আৰু কামৰূপৰ পাটবাউসীত তেওঁৰ প্ৰিয় শিষ্য অসমীয়া কথা সাহিত্যৰ ওজা বিদগ্ধ পণ্ডিত ভট্টদেৱক থাপি যায়। আৰু থানে থানে আন আন সন্তসকলক নিয়োগ কৰি যায়। বনমালীদেৱে উজনীত দক্ষিণপাট সত্ৰ পাতেগৈ। শ্ৰীশ্ৰীশংকৰদেৱে নিজ হাতে লিখা সোণৰ শলখা দিয়া ৰৱভাগৱত শাস্ত্ৰখনি দামোদৰদেৱক দিছিল আৰু তেওঁৰ হাতেৰে গৈ এতিয়াও সেই শাস্ত্ৰ দক্ষিণপাট সত্ৰতে আছে বুলি জনা যায়।

কোচ বজাৰ সভাত দামোদৰদেৱে দৃঢ়ভাৱে ঘোষণা কৰিছিল—

"তীৰ্থক সেৱন দেৱী উপাসন
ধৰ্ম কৰ্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সকলে সিজয়
নলাগে একো উদ্যোগ॥
পঞ্চভূত দেহা যাৱত থাকয়
তাৱত নাম নেৰিবো।
ই দেহ পৰিলে যেহি যোনি পাও
জন্মে জন্মে নাম লৈবো॥"

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰয়াণৰ পিচত শ্ৰীশ্ৰীমাধৱদেৱ শ্ৰীশ্ৰীদামোদৰদেৱ আৰু শ্ৰীশ্ৰীহৰিদেৱৰ আজ্ঞাপোৱা আচাৰ্য্য মহন্ত শিষ্যসকলৰ ভিতৰত খুটি-নাটি, নামধৰ্ম আচাৰ ব্যৱহাৰ লৈ মতভেদ হোৱাত একো একোটা গাই-গুটীয়া সম্প্ৰদায় গঢ়ি উঠৈগে। শ্ৰীগোপালদেৱৰ আজ্ঞাপৰ সত্ৰ বিলাকেও 'ঠাকুৰীয়া', উপাধিৰে ভূষিত হয়। সম্প্ৰদায়, কাষ্ঠা আৰু আচাৰ ভেদে শঙ্কৰীয়া পন্থ চাৰি সংহতিত ভাগ হ'ল।

১। ব্ৰহ্ম সংহতি— উজনী অসমৰ চাৰি সত্ৰীয়া সকল। এওঁলোকে বৈদিক আচাৰ কৰ্ম আৰু নাম ধৰ্ম দুয়োতে আস্থা ৰাখে।

২। পুৰুষ সংহতি— পুৰুষোত্তম ঠাকুৰ আৰু ঠাকুৰ আতাৰ আজ্ঞাপৰ সকল।

৩। কাল সংহতি— গোপাল আতাৰ সম্প্ৰদায়। এওঁলোকে সৰ্বকৰ্ম পৰিত্যাগ কৰি গুৰুচৰণ কাষ্ঠাত নিবৰ্ত্তে। এওঁলোক চৰম পন্থী।

৪। নিকা সংহতি (নিষ্ঠা বা নিত্য সংহতি) বদুলা আতা, মথুৰাদাস আতা আদি।

যদিওবা পিচৰ ভাগলৈ নানান জনে নানান ৰকমে নানান উদ্দেশ্য লৈ গুৰুজনাৰ শুদ্ধ একশৰণ ভাগৱতী নাম ধৰ্মৰ ভিতৰত ভেদভাৱৰ সৃষ্টি কৰিছিল আৰু মহাপুৰুষীয়া, ঠাকুৰীয়া, দামোদৰী, হৰিদেৱী পন্থী আদি নানান সম্প্ৰদায় আৰু বামুণীয়া পথ, নিকাপথ, কালজাৰ পথ আদি নানান পন্থৰ সৃষ্টি কৰিছিল, আদিতে মূল ধৰ্ম মত কিন্তু একেই আছিল ; যিটো মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে শুদ্ধ একশৰণ ভাগৱতী ধৰ্ম হিচাবে সনাতন ধৰ্মৰ প্ৰচাৰত ব্ৰতী হৈছিল আৰু তেখেত অতি উপযুক্ত বিশিষ্ট পণ্ডিত ভক্তসকলক, যাইকৈ দামোদৰ দেৱ, মাধৱদেৱক ব্ৰতী কৰি থৈ গৈছিল। শ্ৰীশঙ্কৰদেৱৰ দিনৰে পৰাই পৰম ভক্ত দামোদৰদেৱ, ভট্টদেৱ, হৰিদেৱ আদি বিশিষ্ট পণ্ডিত গুৰু সকলেও একশৰণ ভাগৱতী নাম ধৰ্মহে প্ৰচাৰ কৰিছিল।

মূলতে শঙ্কৰ, মাধৱ, দামোদৰ, হৰিদেৱ এই মহত্তোৰ্মহীয়ান গুৰু সকলৰ মাজত কোনো প্ৰকাৰৰ ভেদ ভাব নাছিল। সামান্য আচাৰ ব্যৱহাৰৰ ভিন্নতাৰ বাহিৰে এতিয়াও মহাপুৰুষ গুৰুজনাৰ প্ৰৱৰ্তিত একশৰণ নাম ধৰ্ম একেই হৈ আছে বেহাৰ, মধুপুৰ, বৰপেটা-পাট-বাউসী, বৰদোৱা, মাজুলী হৈ পৰগুৰুগুলৈকে। বেজবৰুৱাৰ কথাত—

"শঙ্কৰদেৱো আমাৰ, মাধৱদেৱো আমাৰ, দামোদৰ দেৱো আমাৰ, বংশীগোপালদেৱো আমাৰ হৰিদেৱো আমাৰ। আমাৰ এওঁলোক বৰেণ্য, পূজ্য, শ্ৰেষ্ঠ, গৰিষ্ঠ, মহত্তোৰ্মহীয়ান। এওঁলোকক লৈয়ে আজি আমি ধনী। এওঁলোকৰ কৃপাতেই আমি ধৰ্ম, কৰ্ম, নীতি, সদাচাৰ, মনুষ্যত্ব আৰু আমাৰ সাহিত্য পাইছো। এওঁলোকৰ আৱিৰ্ভাৱত অসমীয়া জাতিয়ে বিনাশৰ হাতৰ পৰা উদ্ধাৰ পালে। এতেকে এওঁলোকৰ চৰণত আমাৰ লক্ষকোটি প্ৰণাম।"

**: অন্ত :**